# জীৱন-পথৰ পুথি

## দাও-দে-জিং

লাও-জু

ইংৰাজী অনুবাদ
ষ্টিফেন্ মিচ্ছেল

অসমীয়া অনুবাদ
ডাঃ হৰ সন্দিকৈ

# জীৱন-পথৰ পুথি

## দাও-দে-জিং

লাও-জু

ইংৰাজী অনুবাদ

ষ্টিফেন্ মিচ্ছেল

অসমীয়া অনুবাদ

ডাঃ হৰ সন্দিকৈ

কৌস্তুভ প্ৰকাশন
মিলন নগৰ, ডিব্ৰুগড় - ৩

**Jeevan-Pathar Puthi :** an Assemese translation from Stephen Mitchell's English version of the book, entitled "Tao-Te-Ching" of Lao-Tzu, a Chinese philosopher and thinker, by Dr. Hara Handique, published by Gayatree Boruah on behalf of Kaustubh Prakashan, Milan Nagar, Dibrugarh-3, Assam, printed at Kaustubh Printers, Dibrugarh-3.

**First Publication :** December, 2007.


**Price. : 60.00 only.**

জীৱন-পথৰ পুথি ঃ চৈনিক দাৰ্শনিক আৰু চিন্তাবিদ লাও-জুৰ দ্বাৰা ৰচিত গ্ৰন্থ 'দাও-দে-জিঙ'ৰ ষ্টিফেন্ মিচ্ছেলে কৰা ইংৰাজী ভাষান্তৰৰ পৰা ডাঃ হৰ সন্দিকৈয়ে কৰা অসমীয়া অনুবাদিত গ্ৰন্থ। কৌস্তুভ প্ৰকাশন, মিলন নগৰ, ডিব্ৰুগড় -৩, অসমৰ হৈ শ্ৰীমতী গায়ত্ৰী বৰুৱাৰ দ্বাৰা প্ৰকাশিত আৰু কৌস্তুভ প্ৰিণ্টাৰ্ছ, ডিব্ৰুগড়ত মুদ্ৰিত ।

প্ৰথম প্ৰকাশ ঃ ডিচেম্বৰ, ২০০৭ খ্ৰীষ্টাব্দ

বেটুপাত ঃ দীপক

মূল্য ঃ ৬০.০০ টকা মাত্ৰ

# উছৰ্গা

জীৱনৰ পথত সুখে-দুখে সমভাগী হৈ
যোৱা দুকুৰি বছৰৰো অধিক কাল যি মোক
প্ৰেৰণা আৰু সাহস যোগাই আহিছে, প্ৰকৃতিৰ
দৰে সহনশীলা সেইগৰাকী মোৰ সহধৰ্মিনী
শান্তিলৈ এই 'জীৱন পথৰ পুথি' উছৰ্গা কৰিলোঁ।

— হৰ সন্দিকৈ

# বাটচ'ৰা

ইংৰাজী Tao Te Ching ৰ উচ্চাৰণ অসমীয়াত 'তাও চে চিঙ'ৰ দৰে হ'লেও ইয়াৰ উচ্চাৰণ চীন দেশীয় উচ্চাৰণ অনুযায়ী 'দাও-দে-জিঙ'ৰ দৰে হয়। লাও-জু (Lao-tzu)ৰে ৰচনা কৰা আধ্যাত্মিক আৰু পৰমাৰ্থিক জ্ঞান সমৃদ্ধ এই অমূল্য পুথিখনি পৃথিৱীবাসীলৈ দি গৈছে। দাও-দে-জিঙৰ অৰ্থ হ'ল 'পথৰ পুথি'। পথ অৰ্থত ইয়াক জীৱনৰ পথটোকেই বুজাইছে।

এই পুথিৰ প্ৰণয়ন কৰোঁতা লাও-জুৰ সম্পৰ্কে বিশেষভাৱে জনা নাযায়। সম্ভৱতঃ তেওঁ কনফুচিয়াচৰ (৫৫১-৪৭৯খৃঃপূঃ) সময়তকৈ কিছু আগৰ আছিল। তেওঁৰ বিষয়ে যি খিনি জনা যায় সেই খিনিও কিছু সন্দেহৰ কুঁৱলীৰে ঢকা। তেওঁৰ নামৰ অৰ্থটোও অনিশ্চিত, -- ব্যাখ্যামতে 'প্ৰাচীন গুৰু' বা চিত্ৰায়িত ৰূপত 'প্ৰাচীন ল'ৰা' বুলি ক'ব পাৰি। অৰণ্যবাসী এজন ব্যক্তিৰ দৰে তেওঁ নিজৰ কোনো চিন এৰি থৈ যোৱা নাই। তেওঁ মাথোঁ এৰি থৈ গৈছে মানুহৰ জীৱন-চৰ্যাৰ বিষয়ে ৰচনা কৰা এই মহৎ পুথিখন। মুকুতাৰ দৰে জিলিকি থকা, তেওঁৰ অন্তৰত অনুভূত গভীৰ জ্ঞানৰ এই আশ্চৰ্য্যকৰ ভাণ্ডাৰ পৃথিৱীবাসীলৈ এৰি গৈছে।

বহুতৰ ধাৰণামতে লাও-জু এজন সন্ন্যাসী আছিল আৰু পাহাৰৰ পৰ্ণকুটীৰৰ নিৰ্জনতাত মানুহৰ সমাজৰ পৰা আঁতৰি থাকি একক জীৱন যাপন কৰিছিল। কিন্তু, এই কথা স্বীকাৰ কৰিব লাগিব যে তেওঁৰ জ্ঞানলব্ধ শিকনিবোৰৰ পৰা এইটো স্পষ্টকৈ ধৰিব পাৰি -- তেওঁ সমাজ আৰু ব্যক্তিৰ ভালৰ বাবে চিন্তা কৰিছিল। অন্যহাতেদি তেওঁৰ পুথিত সন্নিৱিষ্ট হৈছিল শাসনৰ কথা, লাগে সেই শাসন এটা ল'ৰা বা এখন দেশৰেই হওক। লাও জুৰ গভীৰ জ্ঞানৰ পৰা উদ্ভূত হোৱা নীতিশিক্ষাই মানুহৰ জীৱনক উদ্বুদ্ধ কৰে এক কঠিন বাটেৰে আগবাঢ়ি যাবৰ বাবে। তেওঁ প্ৰকৃতিক আয়ত্ত কৰিছিল, জয় কৰিছিল।

"জীৱনৰ অৰ্থ কি?" এই প্ৰশ্নৰ উত্তৰ বিচাৰি তেওঁ পাইছিল "জন্ম হোৱাৰ পাছত, জীৱনে গঢ় লৈ উঠাৰ পাছত কিবা এটা কৰাটো বা নকৰাটো। এই নিস্পৃহ, নিৰলস চিন্তাৰ শেষত তেওঁ সঠিকভাৱেই ঠাৱৰ কৰিছিল যে পৃথিৱীৰ সকলো কেৱল সত্যৰ ওপৰতেই প্ৰতিষ্ঠিত।

মানুহক কেৱল চেতন ইচ্ছাশক্তিয়েই কাম কৰায়। এজন সুদক্ষ খেলুৱৈয়ে তেওঁৰ শৰীৰৰ সজাগ অৱস্থালৈ আহি কোন মুহূৰ্তত কেনেকৈ সঠিকভাৱে খেল আৰম্ভ কৰে সেইটো চেতন ইচ্ছাশক্তিক ব্যাঘাত নজন্মাকৈ অনায়াসে তেওঁ কৰে। সুদক্ষ খেলুৱৈজন

তেওঁ খেলা বিশেষ খেলটোত এনেধৰণে একাত্মবোধেৰে নিমজ্জিত হৈ যায় যেন খেলটো নেখেলাকৈয়ে খেলা হৈ গ'ল। ইয়েই হ'ল 'কামটো নকৰাকৈয়ে কৰা' আৰু নকৰাকৈয়ে কৰাৰ সাঁথৰটোও ইয়েই, আৰু আটাইতকৈ উৎকৃষ্ট আৰু ফলদায়ক কামৰ স্বৰূপটোও ইয়েই।

"যেতিয়া একো কৰা নহ'ল, একো কাম নোহোৱাকৈ নেথাকিল" — একো নহ'ল কাৰণ, কৰোঁতাজনে ঐকান্তিকভাৱে কামটোৰ সৈতে নিহিত হৈ গৈছে, যেনিবা ইন্ধন সম্পূৰ্ণ জুই শিখালৈ ৰূপান্তৰিত হৈছে।

বৰ্ণনাহীনক বৰ্ণনা কৰাটো, শিকাব নোৱৰা কথাটোক শিকোৱাটো, পথলৈ বুলি পথ দেখুওৱাটো -- লাও-জুৱে এইবোৰ কি কথা কয়? এইবোৰতো কৰিব নোৱাৰি। কবি, কৌতুক অভিনেতা পো-চুৱে কৈছিল "যি কথা কয় তেওঁ নাজানে, যি জানে তেওঁ কথা নকয়।" এইটো কথাকেই লাও-জুৱে আমাক কৈছিল পাঁচ হেজাৰ শব্দ সম্বলিত 'দাও-দে-জিং' নামৰ এই পুথিৰ জৰিয়তে। তেওঁ যদি জানিছিলেই তেওঁ ইমান কথা কৈছিল কিয়?

আধ্যাত্মিক গুৰু সকলৰ সমস্যাটো সেইটোৱেই। বৌদ্ধ ধৰ্মীয় এটা উপমাত উল্লেখ কৰাৰ দৰে — জোনটোলৈ টোঁৱাই দেখুওৱা আঙুলিটোহে যদি তুমি চোৱা জোনটো তুমি নেদেখা। মহান গুৰু সকলৰ বৰ্ণনা বা ব্যাখ্যা এনেকুৱাই।

গুৰু মা-চুক এজন সন্ন্যাসীয়ে সুধিলে, "মনটোকে বুদ্ধ বুলি আপুনি কিয় শিকায়?" মা-চুৱে ক'লে, "কেঁচুৱাৰ কান্দোন বন্ধ কৰিবঁৰ বাবে।" সন্ন্যাসীজনে পুনৰ সুধিলে, "কান্দোন বন্ধ হ'লে তেতিয়া কি বুলি ক'ব? মা-চুৱে ক'লে, "মনটোও নহয়, বুদ্ধও নহয়।" সন্ন্যাসীয়ে পুনৰ সুধিলে, "মন বা বুদ্ধৰ লগত জড়িত নোহোৱাজনক আপুনি কি ক'ব?" মা-চুৱে ক'লে, "মই তেওঁক ক'ম 'অস্তিত্বহীন'।" কোনো বিষয় বা বস্তুৰ লগত জড়িত নোহোৱা এজন ব্যক্তিক আপুনি কি শিকাব?" মা-চুৱে ক'লে, "মই তেওঁক 'তাওক' অনুভৱ আৰু উপলব্ধি কৰিবলৈ ক'ম"। আচল কথাটো হ'ল, সত্যটো আমাৰ চকুৰ সন্মুখতে আছে, নাকৰ ওচৰতে আছে, ইমান সহজ যে প্ৰতিজন সৰু ল'ৰা-ছোৱালীয়েও বুজি পায়। তথাপি, যিমানে ইয়াৰ ভিতৰলৈ সোমোৱা যায় সিমানেই ই গভীৰ হৈ গৈ থাকে। পথটোলৈ পথ ক'ত? ই কেনে ধৰণৰ প্ৰশ্ন! লাও-জুৰ পুথিখন লিখা হৈছে এই প্ৰশ্নবোৰৰ উত্তৰ হিচাপে।

'লাও-জু' সম্পৰ্কে তেওঁৰ অতি পুৰণি জীৱনীত উল্লেখ আছে যে তেওঁ 'চৌ' নামে দেশত বহুকাল ধৰি বাস কৰিছিল। দেশৰ দুৰ্দশাগ্ৰস্ত অৱস্থা দেখি লাও-জুৱে সেই দেশ ত্যাগ কৰিলে। কিন্তু, দেশৰ সীমা পাওঁতে সীমান্তৰক্ষী প্ৰহৰী এজনে তেওঁক ক'লে, "হে মহান গুৰু, আপুনি যিহেতু দেশ এৰি যাবলৈ ওলাল, জীৱন ধাৰণৰ নীতি



আৰু কলা সম্পৰ্কে আপুনি মোক এখন পুথি দিব পাৰিবনে যাৰ পৰা মই শিক্ষা ল'ব পাৰিম?" লাও-জুৱে তেতিয়া 'তাও' সম্পৰ্কে পুথিখন লিখি আঁতাই দেশ ত্যাগ কৰিলে।

এইটো ক'বলৈ গ'লে এটা কিংবদন্তি, কিন্তু প্ৰকৃত শিক্ষা কেনেদৰে হয় বা পাব পাৰি তাৰ নিখুঁত উত্তৰ হ'ল লাও-জুৰ এই পুথিখন।

যি জানে তেওঁ কথা নকয়, কিন্তু কথাবোৰ তেওঁৰ বাবে বাধা হ'ব নোৱাৰে। বাৰীৰ কৃষিকৰ্মত ব্যৱহাৰ হোৱা সঁজুলিবোৰৰ দৰেই তেওঁ শব্দবোৰক, কথাবোৰক ব্যৱহাৰ কৰে। কথা সুধিলে তেওঁ উত্তৰ দিয়ে।

নাম ধৰি মতা 'তাও'জন সনাতন নহয় বুলি কওঁতে আমি বুজিব লাগিব যে আমি অন্তৰাত্মাত যাক উপলব্ধি কৰোঁ তেওঁৰ আচলতে নাম নাই। নাম দি মাতিলেই তেওঁ "বিশেষ" হৈ পৰে। সঁচাকৈয়ে, চৰম উপলব্ধিৰ সময়ত সেই অদৃশ্য মহান শক্তিক কোনো নামকৰণেৰে নামাঙ্কিত কৰিব পৰা নাযায়। পৃথিৱীৰ বিভিন্ন ধৰ্মাৱলম্বী মানুহে তেওঁলোকৰ গুৰুসকলৰ ধাৰণা অনুযায়ী সেই মহান অদৃশ্য শক্তিক বিভিন্ন নামকৰণেৰে ব্যক্ত কৰিছে। ঈশ্বৰ, আল্লা, গড় আদি সকলো সেই মহান শক্তিৰ 'বিশেষ' নাম। আচলতে সেই মহান অবাঙ্ময় মনৰ আগোচৰ শক্তিক কোনো নামেৰেই প্ৰকাশ কৰিব নোৱাৰি— কাৰণ ই অবিশেষ।

কাৰণ পাঠকসকলে লক্ষ্য কৰিব প্ৰাচীন মনীষীসকলৰ চিন্তাত ঈশ্বৰ বা সেই অদ্বিতীয় মহান শক্তিৰ ধাৰণা মূলত ঃ একেই। ভাৰতীয় দৰ্শনৰ মাজতো আমি দেখো ব্ৰহ্মবিদ ঋষিসকলৰ সেই মহান শক্তিৰ ধাৰণা —

'স পৰ্য্যগাৎ শুক্ৰমকায়মব্ৰণমস্নাবিৰং শুদ্ধমপাপবিদ্ধম্।
কবি মনীষী পাৰভুঃ স্বয়ম্ভুৰ্যাথাতথ্যতোহৰ্থান ব্যদধাৎ
শ্বাশ্বতীভ্যঃ সমাভ্যঃ।। (ঈশ উপনিষদ, ৮ ম শ্লোক)

অৰ্থাৎ তেওঁ সৰ্বত্ৰ বিচৰণশীল, তেওঁ জ্যোতিৰ্ময়, অশৰীৰী, ক্ষতহীন, স্নায়ুহীন, শুদ্ধ আৰু অপাপাবিদ্ধ। তেওঁ সৰ্বদৰ্শী, সৰ্বজ্ঞ, সকলোৰে ওপৰত বিৰাজমান আৰু স্বয়ম্ভু। তেওঁ নিত্যকাল জুৰি মানুহৰ সাধনা আৰু কৰ্মফল অনুযায়ী বিষয় সমূহৰ বিধান কৰে।

এয়েই অনন্ত অবিশেষ শক্তি, যাৰ নাম নাই। এটা ধাৰণা কৰিবৰ বাবে আমি মানুহে নাম দি লওঁ।

সৃষ্টি ৰহস্যৰ সম্পৰ্কে তাওবাদত যেনেকৈ নিৰাকাৰ, সনাতন শূন্য স্বৰূপ কিবা এটা ধাৰণাৰ কথা আছে তেনেকৈ ভাৰতীয় উপনিষদীয় চিন্তাধাৰাত এক অদৃশ্য, অব্যক্ত পৰমব্ৰহ্মৰ কথা আছে। এই দুই চিন্তাধাৰাৰ মাজত সামঞ্জস্য আৰু সৌসাদৃশ্য আছে।

"ব্ৰহ্মাণ্ড সৃষ্টিৰ আগতে নিখুঁত আকাৰহীন কিবা এটা আছিল। ই শান্ত, শূন্য,

একক অপৰিৱৰ্তনশীল, অসীম, সনাতন। মহাজগতৰ এওঁৱেই মাতৃ।" (২৫ দা. দে. জি)।

ভাৰতীয় দৰ্শনত মূল প্ৰকৃতিৰ পৰাই সমস্ত চৰাচৰ জগত সৃষ্টি হোৱাৰ কথা কোৱা হৈছে। অথচ, "প্ৰকৃতিৰো ঈশ্বৰ পুৰুষ স্বতন্ত্ৰ। নাহি যিটো ব্ৰহ্মাৰ বাহিৰ ভিতৰ।। (৩ য় স্কন্ধ, শ্ৰীমদভাগৱত।)

উপনিষদীয় দৰ্শনত মানুহৰ ধাৰণাৰ উৰ্দ্ধত অব্যক্ত, নিৰাকাৰ, মনৰ অগোচৰ, সনাতন ব্ৰহ্মৰ কথা কোৱা হৈছে, তাওবাদৰ চিন্তাধাৰা আৰু কল্পনাত অপৰিৱৰ্তনশীল, অসীম, সনাতন, শূন্যস্বৰূপ কিবা এটাৰ ধাৰণা কৰা হৈছে। আৰু ব্ৰহ্মাই হওক বা মহাশূন্যই হওক - ইয়েই হ'ল সৃষ্টিৰ মূল উৎস। "কোনে জন্ম দিলে তেওঁক মই নাজানো। তেওঁ ঈশ্বৰতকৈ পুৰণি।" (৪, দা, দে. জি)

"ইয়াৰ বিষয়ে যিমান কোৱা হয় সিমানেই কম বুজিবা।" (৫ দা. দে. জি) "কিন্তু সৰ্বক্ষণে তেওঁ তোমাৰ অন্তৰতে আছে। তুমি যেনেদৰে বিচৰা তেওঁক পাবা।" (৬, দা. দে. জি)

ব্ৰহ্মবাদ বা তাওবাদ দুয়োটাতেই ধাৰণা আৰু ধ্যানৰ জৰিয়তেহে সেই অদৃশ্য মহাশক্তিক উপলব্ধিৰ চেষ্টা কৰিব পাৰি।

উচ্চস্তৰীয় দাৰ্শনিক চিন্তাৰ সমাৱেশৰ মাজত লাও-জুৱে এই পৃথিবীৰ মানুহকে প্ৰমুখ্য কৰি দৃশ্যমান জগতৰ সমস্ত পদাৰ্থৰ ক্ৰিয়াকাণ্ডৰ প্ৰতি লক্ষ্য ৰাখিছে। মহান 'তাও'ৰ উপলব্ধিৰ জৰিয়তে মানুহৰ বাবে জীৱনৰ পথ নিৰ্ণায়ক এক আদৰ্শ প্ৰতিষ্ঠা কৰিছে।

লাও-জুৰ পুথিখন সঁচাকৈয়ে 'জীৱন পথৰ পুথি'। পুথিখন পঢ়ি গ'লে প্ৰতিটো খণ্ডৰ ভাবাৰ্থই পাঠকক আকৰ্ষিত কৰিব, আৰু লাহে লাহে ইয়াৰ অৰ্থ অনুধাৱন কৰি পঢ়িলে এক উচ্চস্তৰীয় আধ্যাত্মিক ৰসত উত্তীৰ্ণ হোৱাৰ অৱকাশ পাব। একাদিক্ৰমেই পঢ়ক বা মাজৰ যি কোনো এটা অংশ উলিয়াই পঢ়ক পাঠকে অনুভৱ কৰিব যে প্ৰতিটো অংশই এক স্বকীয় তাৎপৰ্য বহন কৰিছে।

বৌদ্ধিক আৰু আধ্যাত্মিক তত্ত্বৰে সমৃদ্ধ গ্ৰন্থ 'দাও-দে-জিঙ'ৰ ইংৰাজী অনুবাদক ষ্টিফেন মিচ্ছেলে চৈধ্য বছৰ কাল 'জেন' (Zen) অনুশীলন কৰা সময়ত লাও-জুৰ উত্তৰাধিকাৰী শিষ্য পুৰণি 'জেন-গুৰু' সকলৰ পৰা পোৱা তাত্ত্বিক শিক্ষা, লগতে ইংৰাজী, জাৰ্মান, ফ্ৰান্স ভাষালৈ ইতিমধ্যে অনূদিত গ্ৰন্থ সমূহৰ সহায় লৈ নতুনকৈ কৰা ইংৰাজী অনুবাদৰ পৰা অসমীয়ালৈ অনুবাদ কৰা কাৰ্যত এই অভাজন কিমান দূৰ সফলকাম হৈছোঁ সেই বিচাৰ সহৃদয়, সুধী পাঠকসকলৰ হাতত। অনুবাদৰ কামটো সহজ নহয়। গল্প বা উপন্যাসৰ ক্ষেত্ৰত কিছু সহজ যেন লাগিলেও বৌদ্ধিক আৰু দৰ্শন-তাত্ত্বিক গ্ৰন্থ এখন অনুবাদ কৰোঁতে যথেষ্ট শ্ৰম আৰু সময়ৰ প্ৰয়োজন হয়। যথাযথ অৰ্থবাহক, অথচ সৰল শব্দ বিচাৰি উলিয়াওঁতে সময় লয়। তুলনামূলকভাৱে সৰু এই পুথিখনি অনুবাদ কৰোঁতে মোৰ কেইবামাহো লাগিল। তথাপিও অনূদিত পুথিখনিত সোমাই পৰা ভুল-ক্ৰটি আৰু দোষৰ বাবে সদাশয় পাঠক সকলে ক্ষমা কৰিব আৰু ভুল-ক্ৰটিবোৰ আঙুলিয়াই দি কৃতাৰ্থ কৰিব বুলি আশা কৰিলোঁ।

ষ্টিফেন মিচ্ছেলৰ 'দাও-দে-জিং (Tao Te Ching) ৰ ইংৰাজী অনুবাদ এই পুথিখন মই আগতে দেখা নাছিলোঁ। মোৰ দ্বিতীয় পুত্ৰ শ্ৰীমান ৰাজীৱ যোৱা জুন মাহৰ শেষৰ ফালে বেংককৰ চুলালংকৰ্ন বিশ্ববিদ্যালয়লৈ গৈছিল তিনি মাহৰ বাবে। আমেৰিকান বন্ধু এজনে তেওঁক এই পুথিখন উপহাৰ দিছিল। ঘৰলৈ ঘূৰি আহি ৰাজীৱে এই পুথিখন মোক পঢ়িবলৈ দিছিল। পঢ়ি উঠি মই ইমান মুগ্ধ আৰু আকৃষ্ট হ'লো যে পুথিখন অসমীয়ালৈ অনুবাদ কৰাৰ কথা তেওঁক ক'লোঁ। তেওঁ মোক উদগনি দি ক'লে যে পুথিখন অনুবাদ হোৱাৰ পাছতহে তেওঁ পঢ়িব। মোৰ সৌভাগ্য যে এনে এখন মূল্যবান পুথি তেওঁৰ জৰিয়তে মই পঢ়িবলৈ পালো আৰু পুথিখনৰ গুণগত দিশৰ গুৰুত্ব উপলব্ধি কৰি মাতৃ ভাষালৈ অনুবাদ কৰাৰ হাবিয়াসে মোৰ মনত খোপনি পুতিলে। এই ছেগতে শ্ৰীমানলৈ মোৰ ধন্যবাদ আৰু আশিস যাচিলোঁ।

পুথিখনৰ প্ৰকাশৰ দায়িত্ব লৈ ডিব্ৰুগড়ৰ কৌস্তুভ প্ৰকাশনৰ পৰিচালন উপদেষ্টা (অবৈতনিক), ডিব্ৰু মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপক বীৰেন বৰুৱাদেৱে যিদৰে মোক উৎসাহ যোগালে তাৰ বাবে আজীৱন মই কৃতজ্ঞ হৈ ৰ'লো। লগতে কৌস্তুভ প্ৰকাশনৰ সমূহ কৰ্মকৰ্তালৈ পুথিখনি প্ৰকাশ কৰোঁতে যি কষ্ট স্বীকাৰ কৰিলে তাৰ বাবে তেখেতসকলক শলাগ আৰু কৃতজ্ঞতা জনালো।

পৰিশেষত, এই অনূদিত পুথিখনিয়ে পঢ়ুৱৈ সমাজক কিঞ্চিত মানো যদি আনন্দ দিব পাৰে, অনুবাদকৰ পৰিশ্ৰম সাৰ্থক হৈছে বুলি ভাবিবৰ অৱকাশ থাকিব।

ডিব্ৰুগড়
৭/১১/২০০৭

ডাঃ হৰ সন্দিকৈ

(১)

যি জন তাওৰ কথা কোৱা হয়
তেওঁ সনাতন নহয়,
যিটো নামৰ নাম ল'ব পাৰি
সিও সনাতন নহয়।

নাম ক'ব নোৱৰা বস্তুটোৱেই
সনাতন, বাস্তব।
সকলো বিশেষ বস্তুৱেই
কেৱল নামটোহে মূল।

কামনা মুক্ত হ'লে তুমি
ৰহস্য উপলব্ধি কৰিবা
কামনাযুক্ত যদি হোৱা
কেৱল সমুদায় প্ৰকাশহে দেখিবা।
অথচ ৰহস্য আৰু প্ৰকাশ
একে উৎসৰ পৰাই উদ্ভৱ হৈছে।
এই উৎসটোৱেই হৈছে — অন্ধকাৰ।
অন্ধকাৰৰ মাজত অন্ধকাৰ
অন্ধকাৰৰ খোলা দুৱাৰেদি
সকলো বুজাৰ সকলো জনাৰ পথ।

পাদটীকা ঃ উৎসটোৱেই হৈছে অন্ধকাৰ, - কাৰণ আমাৰ ইন্দ্ৰিয়জ জ্ঞানে ইয়াক ঢুকি নাপায়। ইয়াক বুজিবলৈ আমি নজনা অন্ধকাৰতে বাট চাব লাগিব।

(২)

কিবা বস্তু যেতিয়া মানুহে ধুনীয়া দেখে
অন্য সকলো তেতিয়া এলাগী হৈ পৰে,
ভাল বস্তু বুলি কিবা আঁকোৱালি ল'লে
অন্য সকলো বস্তু বেয়া হৈ পৰে।

অস্তিত্ব আৰু অস্তিত্বহীনতাই
ইটোৱে সিটোক সৃষ্টি কৰে
কঠিন আৰু সহজ পৰস্পৰৰ সহায়ক
হ্ৰস্ব আৰু দৈৰ্ঘ্যই পৰস্পৰৰ
সীমা নিৰ্দ্ধাৰণ কৰে।

ওখ আৰু চাপৰ
ইটো সিটোৰ ওপৰত নিৰ্ভৰ কৰে।
আগ আৰু পিছ
ইটোৱে সিটোক অনুকৰণ কৰে।
সেইবাবে ঈশ্বৰে
একো নকৰাকৈয়ে সকলো কৰে,
আৰু একো নোকোৱাকৈয়ে জ্ঞান দিয়ে।
সৃষ্ট সকলো বস্তুকে তেওঁ আহিবলৈ দিয়ে
অন্তৰ্হিত সকলো বস্তুকে যাবলৈ দিয়ে।
তেওঁৰ সকলো আছে কিন্তু অধিকাৰ সাব্যস্ত নকৰে
কৰ্ম কৰে কিন্তু একো আশা নকৰে।
কৰ্ম সম্পাদন হ'লে তেওঁ পাহৰি যায়
সেই বাবেই এই সকলো
সৰ্বকালৰ বাবে বৰ্তি থাকে।

পাদটীকা ঃ ঈশ্বৰে একো নকৰাকৈয়ে সকলো কৰে — অৰ্থাৎ কামবোৰ তেওঁৰ যথাযথ সঁহাৰিহে আৰু এই বাবেই এইবোৰ কষ্টহীন। সহানুভূতি বা অনুকম্পাৰে তেওঁ সম্পৃক্ত তথাপি তেওঁ সময়ত ইয়াক



প্ৰদৰ্শনৰ চেষ্টা নকৰে। তেওঁৰ নিজৰ বাটেৰে গৈ থাকে আৰু অকলে গৈ থকাটোত গৌৰৱ অনুভৱ নকৰে। প্ৰশংসাত তেওঁ উল্লসিত নহয় আৰু অৱহেলিত হ'লেও হতাশ নহয়। ভাল বা বেয়াৰ কথা তেওঁ এক মুহূৰ্তৰ বাবেও নাভাবে। তেওঁ নিজে একো সিদ্ধান্ত নলয় সিদ্ধান্তবোৰ নিজে গঢ় লয়। তেওঁ — নিজৰ ভাওটো ভালপোৱা এগৰাকী ভাৱৰীয়াৰ দৰে।

একো নোকোৱাকৈ শিকোৱাৰ অৰ্থ হ'ল — তেওঁৰ দ্বাৰা হোৱা কামবোৰেই হ'ল তেওঁৰ শিকনি। শাস্ত্ৰত লিখা কথাবোৰতকৈ বেছি পৰিস্ফুট তেওঁৰ অভিব্যক্তি।

(৩)

যদি তুমি বিখ্যাত লোক সকলক
বেছি গুৰুত্ব দিয়া
সাধাৰণ মানুহবোৰ শক্তিহীন হ'ব।
সম্পত্তিক যদি তুমি মূল্য দিয়া
মানুহে চুৰি কৰিবলৈ আৰম্ভ কৰিব।

মানুহৰ মন শূন্য কৰি,
হৃদয় পূৰ্ণ কৰি,
আকাংক্ষা দুৰ্বল কৰি আৰু
সংকল্প দৃঢ় কৰি
ঈশ্বৰে বাট দেখুৱাই নিয়ে।
সকলো জনাখিনি,
আশা কৰা সকলোখিনি হেৰুৱাবলৈ
তেওঁ সহায় কৰে আৰু
বিজ্ঞ বুলি ভবাসকলৰ মনত
ভ্ৰান্তিৰ সৃষ্টি কৰে।

একো নকৰিবলৈ অভ্যাস কৰা
সকলো বস্তু স্বস্থানতে থাকিব।

পাদটীকা ঃ মানুহৰ মন শূন্য কৰি — অৰ্থাৎ মনৰ পৰা ধাৰণা, বিচাৰ আৰু কামনা শূন্য কৰি আৰু এনেদৰে মনবোৰ শিশুৰ দৰে সৰল সহজ কৰি। হৃদয় পূৰ্ণ কৰি — মানুহৰ আদিম পৰিচয়ৰ অনুভূত উপলব্ধিৰে হৃদয় পূৰ্ণ কৰি। আকাংক্ষা দুৰ্বল কৰি — নিজকে ৰক্ষা কৰিবলৈ বা নিজৰ পৰিপুষ্টি সাধিবলৈ যেতিয়া প্ৰবৃত্তি নহয় তেতিয়া অহংভাব, লোভ আৰু ঘৃণা নিজে নিজেই নাইকিয়া হৈ আছে।

সংকল্প দৃঢ় কৰি — অৰ্থাৎ অন্তৰ্নিহিত ইচ্ছাৰে স্বনিৰ্ভৰশীল হৈ আত্মপ্ৰবৃত্তি ত্যাগ কৰি।



(৪)

তাও হ'ল
ব্যৱহাৰ হোৱা কিন্তু শেষ নোহোৱা
এটা কুঁৱাৰ দৰে।
তেওঁ অনন্ত মহাশূন্যৰ দৰে
সীমাহীন সম্ভাৱনাৰে পৰিপূৰ্ণ।

তেওঁ সুপ্ত, কিন্তু সদায় বৰ্তমান,
তেওঁক কোনে জন্ম দিলে
মই নাজানো।
তেওঁ ঈশ্বৰতকৈ পুৰণি।

পাদটীকা ঃ ঈশ্বৰতকৈ পুৰণি — অৰ্থাৎ ঈশ্বৰৰ বাহিৰে অন্য যদি একো নাই ঈশ্বৰ নথকাৰ প্ৰশ্নই নুঠে। ঈশ্বৰতকৈ পুৰণি আৰু কি হ'ব পাৰে?

(৫)

তাওৱে পক্ষপাতিত্ব নকৰে
ভাল বেয়া সকলোকে তেওঁ সৃষ্টি কৰে
তেওঁৰ কাৰো প্ৰতি পক্ষপাতিত্ব নাই
পাপী সাধু সকলোকে
তেওঁ আমন্ত্ৰণ জনায়।

তাও হ'ল কমাৰৰ ভাতীৰ দৰে
ভিতৰখন শূন্য হ'লেও ই অতি কাৰ্যক্ষম
যিমান ব্যৱহাৰ কৰা যায় ইয়াক
সিমানেই ই উৎপাদনশীল,

ইয়াৰ বিষয়ে যিমান কোৱা হয়
সিমানেই কম বুজিবা।
গতিকে মূলতেই খামুচি ধৰি থাকাঁ।

পাদটীকা ঃ তাওৱে পক্ষপাতিত্ব নকৰে। আচলতে তেওঁ নিৰপেক্ষ, যেনেদৰে পৃথিৱী আৰু স্বৰ্গ সকলোৰে প্ৰতি নিৰপেক্ষ। তাও কাৰো প্ৰতি নিৰ্দয় নহয়। একেটা উৎসৰ পৰা সকলো বস্তু উদ্ভৱ হৈ, কৰ্ম কৰি সুখ-দুখ ভোগৰ শেষত একে উৎসলৈকে ঘূৰি যোৱাটো তেওঁ চাই থাকে। ভাল বা বেয়া বিচাৰ কৰি তেওঁ কাকো ৰখাই নথয়। এই কথা নুবুজিলে কেৱল মাত্ৰ তাওৰেই (মূলকেই) অন্তৰত ধাৰণা কৰি মন নিৱিষ্ট কৰা।



(৬)

তাও হ'ল শূন্য অথচ ক্ষয়হীন
মহীয়সী মাতৃৰ দৰে।
অনন্ত জগতৰ
এওঁৰেই জন্ম দিয়ে।

সৰ্বক্ষণে তেওঁ তোমাৰ অন্তৰতে আছে,
তুমি যেনেদৰে বিচৰা তেওঁক পাবা।

পাদটীকা ঃ তাওক মহীয়সী মাতৃ বুলি কোৱা হয়। তেওঁ অক্ষয় মহাশূন্যৰ দৰে। অন্তৰ্নিহিত আত্মশক্তিৰে তেওঁ সংপৃক্ত।

উদাহৰণ স্বৰূপে পথাৰৰ অন্তৰ্নিহিত আত্মশক্তি কেতিয়াও শেষ নহয়। এইবাবেই সকলো সময়তে ইয়াৰ বুকুত সকলো ধৰণৰ শস্য বা উদ্ভিদ বহন কৰিব পাৰে। এয়েই হ'ল ৰহস্যময় প্ৰকৃতি।

চ্যু খিয়ে কৈছিল, "স্ত্ৰী বা প্ৰকৃতি হ'ল এনেকুৱা যি গ্ৰহণ কৰে আৰু সৃষ্টি কৰে। এই জগতৰ সৃষ্টি প্ৰণালীয়েই আশ্চৰ্য্যকৰ।

(৭)

তাও — সীমাহীন, অনন্ত।
তেওঁনো অনন্ত কিয়?
তেওঁ কেতিয়াও জন্ম লোৱা নাই
তেওঁ মৃত্যুহীন।
তেওঁনো অসীম কিয়?
নিজৰ বাবে তেওঁৰ কোনো আকাংক্ষা নাই
সেইবাবে সকলোৰে বাবে
তেওঁ বৰ্তমান।
কৰ্তাজন (ঈশ্বৰ) পিছত থাকে
সেই বাবেই তেওঁ
সকলোৰে আগত থাকি নেতৃত্ব দিয়ে।
সকলোৰে পৰা তেওঁ বিচ্ছিন্ন
সেই বাবেই তেওঁ
সকলোৰে সৈতে এক হৈ থাকে।
নিজকে বিচ্ছিন্ন কৰিব পাৰে বাবেই
তেওঁ স্বয়ং সম্পূৰ্ণ।

পাদটীকা ঃ কৰ্তাজন পিছত থাকে, সেই বাবে তেওঁ আগত থাকি নেতৃত্ব দিয়ে — তেওঁ যেন কাছৰ দৰে, য'তে থাকে তাতেই তাৰ বাসভূমি। আচলতে তেওঁ আগতো নাথাকে পাছতো নাথাকে সকলো সময়তে তেওঁ সকলো ঠাইতে থাকে।



(৮)

উৎকৃষ্ট সৎ কৰ্ম হ'ল পানীৰ দৰে
যি অনায়াসে সকলোৰে
পুষ্টি সাধন কৰে।
মানুহে ঘিণ কৰা নলাটোতো
সন্তোষেৰে পানী থাকে
সেই বাবেই ই তাওৰ নিচিনা।

পৃথিৱীৰ সৈতে বাস কৰা,
সৰল চিন্তা কৰা।
সংঘাতত সৎ আৰু উদাৰ হোৱা।
শাসন কৰোঁতে দমন নকৰিবা।
কাম কৰিলে আনন্দ পোৱা কাম কৰিবা।
গাৰ্হস্থ্য জীৱনত
সকলো সময়তে নিজে থাকিবা।

তুমি নিজে যেতিয়া সন্তোষে থাকা
আৰু কাৰো স'তে প্ৰতিযোগিতা
বা তুলনা নকৰা
সকলোৱে তোমাক সন্মান কৰিব।

পাদটীকা ঃ পানীয়েই সকলো জীৱৰ উৎস। ই সকলো প্ৰাণী বা বস্তুতে সম্পৃক্ত হৈ থাকে। আমি মূলতঃ পানী- — পেশীযুক্ত পানী। মাতৃগৰ্ভৰ পানী (Amniotic fluid) আমি এৰি আহিছোঁ বুলি ভবাটো ভুল ধাৰণা। মাতৃগৰ্ভৰ পানী পূৰ্ণ পৰিপুষ্টি আৰু প্ৰেমৰ অৱস্থা। কিন্তু জীৱিত কালত সৰ্বক্ষণেই আমি এই পানীৰেই সম্পৃক্ত আৰু আমি বিচৰা সকলো পানীতেই থাকে। প্ৰেমৰ তৰল পদাৰ্থ এই পানী।

(৯)

তোমাৰ পাত্ৰটো ওপচি পৰাকৈ ভৰোৱা,
কাণেৰে বাগৰি যাব।
কটাৰীখন একেৰাহে ধৰাই থাকা
ভোটা হৈ যাব।

বৈভৱ আৰু নিৰাপত্তাৰ পাছত দৌৰা
তোমাৰ হৃদয় মুক্ত নহ'ব।
মানুহৰ সন্মতিলৈ তুমি কাণ দিয়া
তেওঁলোকৰ বন্দী হৈ পৰিবা।

তোমাৰ নিজৰ কাম কৰা
আৰু আঁতৰি আহা
এইটোৱেই কেৱল শান্তিৰ পথ।

পাদটীকা ঃ নিজৰ কাম কৰা আৰু আঁতৰি আহাঁ — নিষ্ঠা, একাগ্ৰতা আৰু সৰ্বান্তঃকৰণেৰে কাম সম্পূৰ্ণ কৰাৰ পাছত কৰ্মোৎপাদিত ফলটো আনন্দেৰে আমি আঁতৰ কৰোঁ, যেনেকৈ পিতৃ-মাতৃয়ে নিজৰ ল'ৰাক তুলি-তালি শিক্ষা-দীক্ষা জ্ঞান আৰু কৰ্ম অভিজ্ঞতাৰে পূৰঠ কৰি তেওঁৰ নিজৰ জীৱনৰ বাটত এৰি দিয়ে।



(১০)

মনৰ চঞ্চলতাক ফুচুলাই ৰাখি
আদিম একত্বটো ৰাখিব পাৰানে?
তোমাৰ শৰীৰটো নৱজাতক
শিশুৰ দৰে লেহুকা কৰিব পাৰানে?

কেৱল মাথোঁ পোহৰৰ জ্যোতি দেখিবলৈ
তোমাৰ অন্তৰ্দৃষ্টি স্বচ্ছ কৰিব পাৰানে?
তোমাৰ ইচ্ছা আৰোপ নকৰাকৈ
মানুহক ভাল পাব আৰু বাট দেখুৱাব পাৰানে?

ঘটনাবোৰ নিজে নিজে ঘটিবলৈ এৰি দি
তুমি অত্যাৱশ্যকীয় বিষয়বোৰ
সমাধা কৰিব পাৰানে?

জন্ম দি প্ৰতিপালন কৰা,
অধিকাৰ নোহোৱাকৈ গ্ৰহণ কৰা,
আকাংক্ষাহীন কৰ্ম কৰা,
দমনৰ চেষ্টা নকৰি নেতৃত্ব দিয়া,
—ইয়েই হ'ল সৰ্বোচ্চ ধৰ্ম।

পাদটীকা ঃ শৰীৰটো নৱজাতকৰ দৰে লেহুকা কৰা — নৱজাতকৰ আত্মচেতনা নাথাকে। বয়স বাঢ়ি অহাৰ লগে লগে জাতকৰ মনত আত্ম-অৱস্থিতিৰ চেতনা জাগৃত হয়। ' মই এইটো কৰিম নে বা মোৰ অঙ্গ সঞ্চালনটো শুদ্ধনে?' এনেকৈ চেতনা মনত জাগে। ক্ৰমান্বয়ে আত্মচেতনা বাঢ়ি আহিলে পেশীবোৰ তৰল, সহজ হৈ আহে। বাস্তৱিকতে এটি শিশু তৰল পদাৰ্থৰ দৰে। কাৰো পৰা বিচ্ছিন্ন নহয় বুলি শিশুৰ ধাৰণা নজন্মাৰ হেতুকে শিশু এটিৰ অঙ্গ সঞ্চালন স্বাভাৱিক, জীৱন্ত আৰু স্বয়ং সম্পূৰ্ণ। বয়সস্থ মানুহ এজনৰ শৰীৰটো সহজ আৰু লেহুকা হৈ থাকিলেও তেওঁৰ গতিত অভিজ্ঞতাৰ গুণগত ছাপ পৰিস্ফুট হৈ থাকে। সত্তৰ বছৰীয়া এজন বৃদ্ধৰ হাতখন লৰচৰ হোৱা দেখিলে আমাৰ নিশ্চয়কৈ অনুভৱ হ'ব যে সেই হাতখনে তেওঁৰ সমস্ত জীৱনৰ কৰ্ম

আৰু স্পৰ্শানুভূতি বহন কৰি আহিছে। শিশুৰ কৰ্ম-কাণ্ডৰ গতি হ'ল আদিম, নিৰ্দোষ আৰু আনন্দদায়ক, কিন্তু বয়স্ক জনৰ চলন-ফুৰণ আৰু গতিত গোটেই জীৱনৰ ছাপ পৰিস্ফুট হয়, সেই বাবেই ই ভয়ানক যেন অনুভূত হয়।

জ্যোতি দেখিবলৈ অন্তৰ্দৃষ্টি স্বচ্ছ বা পৰিষ্কাৰ কৰাৰ অৰ্থ হ'ল হৃদয় নিকা কৰি শান্তিত থিৰেৰে ৰখাটো। ৰহস্যময় কথাটো হ'ল — আমি বাস্তৱ সত্যক বিচাৰি হাবাথুৰি খাওঁ কিন্তু আচলতে আমি নিজেই বাস্তৱ সত্য। আমি ভাবোঁ কিহবাই আমাৰ বাস্তৱতাক আবৰি ৰাখিছে আৰু আমি এই আৱৰণক আঁতৰাই ল'লেহে বাস্তৱতাক আয়ত্ত কৰিব পাৰিম। আচলতে বৰ্তমানটোৱেই বাস্তৱ। ভূত-ভৱিষ্যত সকলো ইয়াতেই নিহিত হৈ আছে।

ঘটনাবোৰ নিজে নিজে ঘটিবলৈ এৰি দিয়া — 'হু চেন্ কুন্' এ এই বিষয়ে মন্তব্য কৰিছিল, "জীৱনটো সুসংহতভাৱে সজাবলৈ মানুহ সহজাত গুণৰ সৈতে শান্ত আৰু নমনীয় তিৰোতাৰ দৰে হোৱা উচিত।"



*(১১)*

চকাত আমি শলাবোৰ লগাওঁ,
কিন্তু চকাৰ কেন্দ্ৰৰ বিন্ধাইহে ভৰ লৈ
ৰথখন চলাই নিয়ে।
বোকা-মাটিৰে আমি ঘট সাঁজো,
কিন্তু ঘটৰ ভিতৰৰ শূন্যতাইহে
আমাৰ প্ৰয়োজনীয় বস্তু ধৰি ৰাখে।
কাঠ-কাটি আমি ঘৰ সাঁজো
কিন্তু ঘৰৰ ভিতৰৰ খালী ঠাইখিনিহে
আমাৰ বাসোপযোগী।
বিচাৰি পোৱা বস্তুৰে আমি কাম কৰো
কিন্তু বিচাৰি নোপোৱাটো ব্যৱহাৰ কৰোঁ।

পাদটীকা ঃ বিচাৰি পোৱা বা থকা বস্তুৰে আমি কাম কৰো আৰু নথকা বস্তু বা বিচাৰি নোপোৱাটো আমি ব্যৱহাৰ কৰোঁ।

প্ৰকৃত গুৰুজনে উপলব্ধি কৰে যে শিকাবলৈ একো নাই, সেই বাবে জানিবলৈ বা শিকিবলৈ বিচৰাজনক তেওঁ শিকাব পাৰে। প্ৰকৃত প্ৰেমিকজনে উপলব্ধি কৰে যে তেওঁ নিজে ভালপাবলৈ কোনো নাই, সেইবাবেই যাৰেই আৱশ্যক হয় তেওঁক পাব পাৰে। ঈশ্বৰে জানে যে তেওঁ থিয় হ'বলৈ কোনো ঠাই নাই, সেইবাবে সকলো ঠাইতে তেওঁ থিয় হ'ব পাৰে।

(১২)

ৰং বোৰে আমাৰ চকু কণা কৰে।
শব্দবোৰে কাণ কলা কৰে।
সোৱাদযুক্ত বস্তুৱে জিভাৰ জুতি নষ্ট কৰে।
চিন্তাই মনক দুৰ্বল কৰে।
কামনাই হৃদয় ক্ষয় কৰে।

ঈশ্বৰে জগতখন নিৰীক্ষণ কৰে
কিন্তু তেওঁৰ অন্তৰ্দৃষ্টিত বিশ্বাস ৰাখে।
সমুদায় বস্তুকে তেওঁ আহিবলৈ
আৰু যাবলৈ দিয়ে।
আকাশৰ দৰেই তেওঁৰ হৃদয়মুক্ত।

পাদটীকা ঃ ৰঙবোৰে আমাৰ চকু কণা কৰে — কোনো বস্তু দৃষ্টিগোচৰ হ'বলৈ আমাক আকাশ (শূন্য ঠাই) লাগে, শুনিবলৈ নিস্তব্ধতা লাগে, সজাগতা বৰ্তাই ৰাখিবলৈ আমাক টোপনি লাগে। বস্তুৰ সৈতে ইন্দ্ৰিয়শক্তি শৃঙ্খলিত নহ'লে বস্তু বা পদাৰ্থই তীক্ষ্ণতা (Acuteness) হেৰুৱায়।

কামনাই হৃদয় ক্ষয় কৰে — এবাৰ হৃদয়ৰ পৰা সমস্ত কামনা দূৰীভূত হ'লেই হৃদয় প্ৰেমেৰে ওপচি পৰিব।

অন্তৰ্দৃষ্টিত বিশ্বাস ৰাখে — সকলো নিৰীক্ষণ কৰি থকা দ্ৰষ্টা জনৰ বাবে বাহিৰ বা ভিতৰ একোৱেই নাই। এথোপা ফুল, এসোপা জাবৰ, এজন সাধু বা এজন পাপীক কোনো বিচাৰ নোহোৱাকৈ তেওঁ নিৰীক্ষণ কৰে। যি ঘটি আছে তেওঁৰ বাবে সকলো শুদ্ধ। সকলোৰে প্ৰতি তেওঁৰ সহানুভূতি আৰু সহমৰ্মিতা সমানভাৱে বিদ্যমান।

বিশাল আকাশে জোন, বেলি, তৰা, মেঘ, বৰষুণ, বৰফ, নীলা ৰঙ সকলো ধৰি ৰাখে। ৰাতি জোন তৰা ওলায়, দিনত বেলি ওলায়, সময়ত মেঘ জমা হয় বৰষুণ দিয়ে — এই সকলোবোৰৰ আকাশত ঠাই আছে। প্ৰভুৰ হৃদয়তো সকলোৰে বাবে ঠাই আছে। তেওঁ আকাশৰ দৰে।



(১৩)

জয়, পৰাজয়ৰ দৰেই সমানে ভয়ানক।
আশা আৰু ভয় সমানে ফোপোলা।
জয়-পৰাজয় সমানেই ভয়ানক মানেনো কি?
জখলাৰে তুমি ওপৰলৈ উঠা বা তললৈ নামা
তোমাৰ অৱস্থাটো থৰক বৰক্,
নিজৰ ভৰিৰ ওপৰত তুমি থিয় হোৱা
সকলো সময়তে থিৰেৰে থাকিবা।

আশা আৰু ভয় সমানে ফোঁপোলাৰ অৰ্থ কি?
আত্মভাৱনাৰ পৰা জাগি উঠা
এই দুয়োটাই হ'ল ভৌতিক ছাঁয়া।
যেতিয়া নিজকে আমি 'মই' বুলি নাভাবো
কিহৰ বাবে আমি ভয় কৰিব লাগে?

জগতক তোমাৰ আত্মা বুলি চোৱা।
বস্তুবোৰ যেনেকৈয়ে নাথাকক, বিশ্বাসত লোৱা।
তোমাৰ দৰেই তুমি জগতক ভালপোৱা
তেতিয়াহে সকলোৰে প্ৰতি যত্নৱান হ'বা।

পাদটীকা ঃ সকলো সময়তে থিৰেৰে থাকা — অৰ্থাৎ আমি যি কামেই সম্পাদন নকৰোঁ, পৃথিৱী এৰি কৰিব নোৱাৰোঁ। থিৰেৰে থাকিবলৈ নিজৰ ভৰিৰ তলৰ মাটিত থিয় হ'বই লাগিব।

জগতক তোমাৰ আত্মা বুলি চোৱা — অৰ্থাৎ দৃশ্যমান বহিৰ্জগতত তোমাৰ আত্মাৰেই প্ৰতিফলন ঘটিছে বুলি উপলব্ধি কৰা।

(১৪)

চোৱাঁ, ইয়াক তুমি নেদেখা।
শুনা, ইয়াক তুমি নুশুনা।
পাইছা, কিন্তু ইয়াক ধৰিব নোৱাৰা।
ওপৰত - ই উজ্জ্বল নহয়।
তলত - ই আন্ধাৰ নহয়।
নামহীন, সীমাহীন,
ই ঘূৰি আহে শূন্যতাৰ ৰাজ্যলৈ।

যিটো আকাৰে সকলো আকাৰ সামৰি লয়,
যি প্ৰতিচ্ছাঁয়াহীন ছায়া,
সি সূক্ষ্ম আৰু সকলো ধাৰণাৰ অতীত।

ইয়াৰ ওচৰ চাপাঁ
তাৰ কোনো আদি নাই।
অনুসৰণ কৰাঁ, তাৰ কোনো শেষ নাই।
তুমি ইয়াক জানিব নোৱাৰা,
অথচ সহজভাৱে
তোমাৰ জীৱনতে তুমি
এই ধাৰণাতীত সূক্ষ্মতাৰ স'তে এক হ'ব পাৰাঁ।
মাত্ৰ ক'ৰ পৰা আহিছা উপলব্ধি কৰাঁ,
ইয়েই হৈছে প্ৰকৃত জ্ঞানৰ মূলকথা।

পাদটীকা ঃ চোৱা, ইয়াক তুমি নেদেখা — আচলতে সকলো বস্তু চকুৰ সমুখতে আছে। মনটো নিবিষ্ট নোহোৱাৰ বাবেহে নেদেখা যেন অনুভূত হৈছে।



(১৫)

প্ৰাচীন গুৰুসকল অতি গভীৰ আৰু চতুৰ আছিল।
বৰ্ণনাতীতভাৱে
তেওঁলোকৰ জ্ঞান আছিল অপৰিমেয়।
আমি মাত্ৰ তেওঁলোকৰ উপস্থিতিৰ কথাহে বৰ্ণাব পাৰোঁ।

তেওঁলোক সাৱধান আছিল
বৰফে ঢকা জুৰিৰ ওপৰেদি
পাৰ হোৱা জনৰ দৰে,
শত্ৰুৰ দেশত সতৰ্ক এক সৈনিকৰ দৰে,
বিনয়ী এজন আলহীৰ দৰে,
কুন্দত দিব পৰা এডোখৰ কাঠৰ দৰে,
সকলোকে বুকুত সা বটিব পৰা
উপত্যকাৰ দৰে,
স্বচ্ছ এগিলাচ পানীৰ দৰে।

ঘোলা পানীৰ বোকা গেদ হৈ
তলিত নজমালৈকে
আৰু পানী পৰিষ্কাৰ নোহোৱালৈকে
অপেক্ষা কৰিবলৈ তোমাৰ ধৈৰ্য্য আছেনে?
সঠিক কামটো নিজে সম্পন্ন নোহোৱালৈকে
তুমি থিৰেৰে থাকিব পাৰিবানে?

ঈশ্বৰে পৰিপূৰ্ণতা নিবিচাৰে
নিবিচাৰি, আশা নকৰি তেওঁ থাকে
আৰু সকলোকে আদৰি ল'ব পাৰে।

পাদটীকা ঃ ঘোলা পানীৰ বোকা গেদ হৈ তলত নজমালৈকে — অৰ্থাৎ মনটো সম্পূৰ্ণ পৰিষ্কাৰ নোহোৱালৈকে। মনৰ বোকাই অৰ্থ কৰিছে ধাৰণা, বিচাৰ, কামনা আৰু আশা যিবোৰে মনৰ আচল স্বৰূপটোক

আৱৰি ৰাখে। এখন আইনাত ধূলিৰ চামনি পৰি থাকিলে যেনেকৈ বস্তুৰ প্ৰতিচ্ছবি পৰিষ্কাৰভাৱে প্ৰতিফলিত নহয় তেনেকৈ আৱৰ্জনা সদৃশ মনৰ কামনা-বাসনা, মোহজনিত আকাংক্ষাসমূহ দূৰ কৰিব নোৱাৰিলে ঈশ্বৰৰ প্ৰতিবিম্বিত ৰূপটো দেখা পোৱা বা উপলব্ধি কৰাটো সম্ভৱ নহয়। মনটোৱে ভাল-বেয়া, সুন্দৰ আৰু কুৰূপ সকলো গ্ৰহণ কৰে যেনেকৈ আইনা এখনত ভাল বেয়া, সুন্দৰ কুৎচিত সকলো বস্তুৰ প্ৰতিফলন ঘটে। আমাৰ হৃদয় আৰু মন যেতিয়া সম্পূৰ্ণ স্বচ্ছ হয় তাওৰ জ্যোতিৰে তেতিয়া হৃদয় আৰু মন উদ্ভাসিত হৈ উঠে।

ষ্টিফেন মিচ্চেলে বৃদ্ধ 'জেন্ গুৰু' চ্যে উং চান ক পানীৰ স্বচ্ছতাৰ বিষয়ে সোধাত গুৰুজনে মন্তব্য দিছিল এনেদৰে — 'আমাৰ মনটো এপিয়লা স্বচ্ছ পানীৰ দৰে। আমি নিমখ মিহলালে পানীখিনি লুণীয়া হ'ব, চেনি মিহলালে মিঠা হ'ব। কিন্তু আদি বা প্ৰথম অৱস্থাত পানীখিনি স্বচ্ছ।' নাভাবিলেই মনটো নাই, মনটো নাথাকিলে সমস্যাও নাই!



(১৬)

তোমাৰ মন চিন্তা শূন্য কৰাঁ
হৃদয়ক শান্তিত থাকিবলৈ দিয়াঁ,
পৰিস্থিতিৰ আহুকালবোৰ লক্ষ্য কৰাঁ,
কিন্তু ইহঁতৰ প্ৰত্যাৱৰ্তনৰ প্ৰতি ধ্যান দিয়াঁ।

জগতৰ প্ৰতিটো বস্তুৱেই
একেটা উৎসলৈকে ঘূৰি যায়
মূল উৎসলৈ ঘূৰি যোৱাটোৱেই শান্তি।
তুমি যদি মূল উৎসটো উপলব্ধি কৰিব নোৱাৰা
বেজাৰ আৰু বেমেজালিত উজুটি খাবা।

ক'ৰ পৰা তুমি আহিছা
সেই কথা যদি তুমি উপলব্ধি কৰা
তেতিয়া তুমি স্বাভাৱিকতে
সহিষ্ণু হ'বা, এগৰাকী বুঢ়ী আইৰ দৰে
দয়ালু হ'বা, ৰজাৰ দৰে মৰ্যাদাসম্পন্ন হ'বা।
তাওৰ বিস্ময়কৰ কৰ্মত লিপ্ত হ'লে
জীৱনত যিয়েই নাহক তুমি চম্ভালিব পাৰিবা।
আৰু যেতিয়া মৃত্যু আহে
তুমি সাজু হৈ থাকিব পাৰিবা।

পাদটীকা ঃ তোমাৰ মন চিন্তাশূন্য কৰা — ইয়াৰ অৰ্থ এইটো নহয় যে তোমাৰ ভাব-শক্তিক দমন কৰা। স্বাভাৱিকভাৱেই মনলৈ বেয়া ভাব-চিন্তা আহি থাকে। এই বিলাকৰ পৰা মনটোক আঁতৰাই অনাৰ কথাহে ইয়াত কোৱা হৈছে। অন্তৰ্দৃষ্টি তাওৰ প্ৰতি গভীৰভাৱে নিক্ষেপ কৰিলে মনৰ পৰা এই ভাব চিন্তা আঁতৰি যাব। আমি যেতিয়া আত্মচেতনাৰ পৰা বাহিৰলৈ ওলাই আহোঁ, আমি 'তাও' তেই প্ৰৱেশ কৰোঁ।

(১৭)

ঈশ্বৰে যেতিয়া সকলো চম্ভালি থাকে
তেওঁ যে আছে মানুহে গম নাপায়।
উৎকৃষ্ট সেইজনেই
যাক ভালপোৱা যায়,
যাক ভয় কৰা হয়।
যিজন নিকৃষ্ট তেওঁ ঘৃণাৰ পাত্ৰ।

তুমি যদি মানুহক বিশ্বাস নকৰা
তেওঁলোকক তুমি অবিশ্বাসী কৰাঁ।

ঈশ্বৰে কথা নকয়, তেওঁ ক্ৰিয়া কৰে।
যেতিয়া তেওঁৰ কাম শেষ হয়
মানুহে কয়,
"আচৰিত! এইবোৰ কাম আমিয়ে কৰিলোঁ।"

পাদটীকা ঃ ঈশ্বৰে কথা নকয়, তেওঁ ক্ৰিয়া কৰে — তেওঁৰ কথা (ইচ্ছা) আৰু তেওঁৰ কৰ্মৰ সম্পূৰ্ণ সংহতি আছে। তেওঁ সদায় অকৃত্ৰিন, বিশুদ্ধ।



(১৮)

মহান 'তাও'ক যেতিয়া পাহৰি যোৱা হয়
সাধুতা আৰু ধৰ্মনিষ্ঠা ওপজে।
বুদ্ধিমত্তা অৱনমিত হ'লে
চতুৰালি আৰু জ্ঞানৰ উদয় হয়।

পাৰিবাৰিক শান্তি নাইকিয়া হ'লে
সন্তানোচিত সাধুতা আৰম্ভ হয়।
দেশ যেতিয়া বেমেজালিৰে ভৰে
দেশপ্ৰেম জাগৃত হয়।

পাদটীকা ঃ মনটোৱে একো নিবিচৰা অৱস্থাকে ইয়াত 'তাও' বোলা হৈছে।

'তাও'ক যেতিয়া পাহৰি যোৱা হয়, মানুহে তেতিয়া নিয়ম অনুসৰি কাম কৰে, হৃদয়ৰ বিচাৰৰ দ্বাৰা অৰ্থাৎ অন্তৰৰ তাগিদাত নকৰে। তেনে কৰ্মত আত্মসন্তুষ্টি আহিব পাৰে কিন্তু ইয়াৰ সততা নিৰাপদ নহয়। ভাল পিতৃ এজনৰ সৎ হোৱাৰ মানসিকতা নাথাকিলেও তেওঁ নিজৰ স্বভাৱ অনুসৰি কাম কৰি থাকে।

(১৯)

পৱিত্ৰতা আৰু জ্ঞান দলিয়াই দিয়া
মানুহবোৰ এশ গুণে সুখী হ'ব।

ন্যায় নৈতিকতাক পৰিহাৰ কৰা
মানুহবোৰে সঠিক কামকে কৰিব।

শিল্প উদ্যোগ আৰু লাভ বৰ্জন কৰা
কোনো চোৰ নাথাকিব।
এই তিনিটাই যদি যথেষ্ট নহয়
বৃত্তৰ কেন্দ্ৰত অৱস্থান কৰা
আৰু সকলো বস্তুকে
নিজৰ গতি অনুসাৰে হ'বলৈ দিয়া।

পাদটীকা ঃ পৱিত্ৰতা আৰু জ্ঞান দলিয়াই দিয়া — যেতিয়া কাৰোবাক সাধু বুলি কোৱা হয় অন্য সকলে নিজকে পাপী বুলি ভাবে। এজনক জ্ঞানী বুলি ক'লে আন সকলে ভাবে যে তেওঁলোকৰ জানিবলৈ বাকী আছে। ঈশ্বৰে কাকো এনেদৰে ভাগ কৰি নাচায়। তেওঁৰ বিবেচনাত কোনোৱেই পৱিত্ৰ বা জ্ঞানী নহয়। তেওঁৰ উপস্থিতিত সকলো এক আৰু নিৰাপদ।



(২০)

ভাবিবলৈ এৰা,
আৰু তোমাৰ সমস্যাবোৰ সমাধান কৰা।
'হয়' আৰু 'নহয়'ৰ পাৰ্থক্য কি?
'জয়' আৰু 'পৰাজয়'ৰ তফাৎ কি?
আনে যি মূল্য দিয়ে,
আনে যি পৰিত্যাগ কৰে
তুমিও তাকে কৰিব লাগে নে?
কি পৰিহাসৰ কথা!
অন্য মানুহবোৰ উল্লসিত
যেনিবা তেওঁলোক
এক সমাৰোহতহে আছে।
মই মাত্ৰ কাণসাৰ কৰা নাই,
মই হাঁহিবলৈ নিশিকা
এটি শিশুৰ দৰে ভাবলেশহীন।
অন্য মানুহৰ প্ৰয়োজনীয় সকলোখিনি আছে,
মোৰহে একো নাই।
গৃহহীন এজন ব্যক্তিৰ দৰে
মই লক্ষ্যবিহীন হৈ ঘূৰি ফুৰোঁ।
মই মূৰ্খৰ দৰে, মনটো মোৰ ইমান শূন্য!
অন্য সকল উজ্জ্বল
মইহে মোলান পৰা।
অন্য সকল চতুৰ
মইহে কেৱল মূৰ্খ।
অন্য মানুহৰ এটা উদ্দেশ্য থাকে,
মইহে কেৱল নাজানো।
সমুদ্ৰৰ ঢৌৰ দৰে মই উটি ফুৰোঁ
বতাহৰ দৰে লক্ষ্যহীন হৈ মই উৰোঁ।
সাধাৰণ মানুহৰ পৰা মই পৃথক
মই মহীয়সী মাতৃৰ স্তন পান কৰোঁ।

পাদটীকা ঃ 'হয়' বা 'নহয়' ৰ পাৰ্থক্য কি?

চাও চ্যুৱে গুৰু নান্ চুৱানক সুধিছিল, "তাও নো কি?"

নান্ চুৱানে ক'লে, "প্ৰতিদিনে মনটোৱেই হ'ল তাও।"

চাও চ্যুৱে সুধিলে, "মই কেনেকৈ তাওৰ ওচৰ চাপিব পাৰোঁ?"

নান্ চুৱানে কলে, " যিমানে তুমি তাওৰ চাপিবলৈ চেষ্টা কৰা সিমানে তুমি তাওৰ পৰা আঁতৰ হ'বা।"

চাও চ্যুৱে পুনৰ সুধিলে, "মই যদি ইয়াৰ ওচৰেই চাপিব নোৱাৰোঁ বুজিম কেনেকৈ?"

গুৰু নান্ চুৱানে ক'লে, "বুজা বা নুবুজাৰ প্ৰশ্ন ইয়াত নুঠে। বুজাটো হ'ল ভ্ৰম আৰু নুবুজাটো উদাসীনতা। কিন্তু অলভ্য বা পাব নোৱৰা তাওক যদি পোৱা তেতিয়া দেখিবা তেওঁ অমলিন, সীমাহীন, শান্ত অনন্ত মহাশূন্য। ইয়াত 'হয়' বা 'নহয়' ৰ ঠাই নাই।"

'মই মাত্ৰ কাণ সাৰ কৰা নাই' — যদি ভাল কিবা ঘটিছে, ভাল। যদি বেয়া কিবা ঘটিছে সিও ভাল।

"সাধাৰণ মানুহৰ পৰা মই পৃথক — অৰ্থাৎ মই আৰু বেছি সাধাৰণ। যেতিয়া ভোক লাগে মই খাওঁ, ভাগৰ লাগিলে মই শোওঁ, - সিমানেই। অৰ্থাৎ মোৰ একো চিন্তা নাই।"

জ্ঞানেৰে আলোকিত মানুহ অবাস্তৱতা আৰু ভ্ৰমৰ পৰা মুক্ত হয়। সাধাৰণ মানুহ এজনৰ মনটো সাধু এজনৰ মনৰ সৈতে একে। কাৰণ, আদিম মনটো নিজেই সম্পূৰ্ণ আৰু দোষ-বৰ্জিত, নিৰ্মল। এই উপলব্ধিটোৱেহে আচল কথা। ইয়াক হেৰুৱাব বা পাহৰিব নালাগে।



(২১)

গুৰুজনে তেওঁৰ মনটো
সদায় তাওৰ সৈতে একে ৰাখে।
সেই বাবেই তেওঁ দীপ্তিমান।
তাওক খামুচি ধৰিব নোৱাৰি,
মনটো কেনেকৈ তেওঁৰ লগত এক হ'ব?
তেওঁ কোনো ধাৰণাৰ বশৱৰ্তী নহয়।

তাও হ'ল অতল, অন্ধকাৰ।
তেওঁনো কেনেকৈ জ্যোতিষ্মান হ'ব পাৰে?
কাৰণ, তেওঁ নিজকে জ্যোতিষ্মান হ'বলৈ দিয়ে।

কাল আৰু মহাকাশৰ সৃষ্টিৰ আগতেও
তাও আছিল।
'হয়' বা 'নহয়' ৰ পৰা ই বাহিৰত।
এইটো সত্য বুলি মই কেনেকৈ জানো?
মই নিজৰ ভিতৰলৈ চাওঁ আৰু দেখা পাওঁ।

পাদটীকা ঃ কাল আৰু মহাকাশৰ সৃষ্টিৰ আগতেও তাও আছিল। অৰ্থাৎ তেওঁ অনন্ত কালৰ পৰাই আছিল, এতিয়াও আছে আৰু সদায় থাকিব। 'আজি'টোৱেই হ'ল সীমাহীন, অক্ষয় অনন্তকাল। দিন, মাহ, বছৰ এইবোৰ মানুহে ধাৰণা কৰি লোৱা গণিব পৰা সময়, কিন্তু 'আজি'টোৱেই হ'ল সঁচা আৰু অনন্ত (Eternity)

(২২)

তুমি যদি সম্পূৰ্ণ হ'ব খুজিছা
তোমাক এক 'অংশ' হ'বলৈ দিয়া।
তুমি যদি পোন হ'বলৈ বিচাৰিছা
নিজকে বেঁকা হ'বলৈ দিয়া।

তুমি যদি পৰিপূৰ্ণ হ'ব খুজিছা
তোমাক 'শূন্য' হ'বলৈ দিয়া।
তুমি যদি পুনৰ্জন্ম বিচাৰিছা
তুমি মৃত্যুবৰণ কৰা।
সকলো বস্তু তোমাৰ প্ৰয়োজন বুলি যদি ভাবা
সকলো ত্যাগ কৰা।

'তাও'ৰ ভিতৰত থাকি
ঈশ্বৰে সকলোকে আদৰ্শ দিয়ে।
কাৰণ, নিজকে তেওঁ নেদেখুৱায়
মানুহে তেওঁৰ পোহৰহে দেখা পাব পাৰে।
তেওঁ কোৱাখিনি মানুহে বিশ্বাসত ল'ব পাৰে।
কাৰণ তেওঁ প্ৰমাণ কৰিবলৈ, তেওঁৰ একো নাই।
তেওঁ নিজে কোন নজনাৰ বাবে
মানুহে নিজৰ ভিতৰতে তেওঁক চিনে।
মনৰ ভিতৰত
তেওঁৰ কোনো লক্ষ্য নথকাৰ কাৰণে
তেওঁ কৰা সকলো কামেই সফল।

প্ৰাচীন গুৰু সকলে কৈছিল,
"সকলো বস্তুকেই যদি তোমাক লাগে
সকলো পৰিত্যাগ কৰা।"

তেওঁলোকে সাৰশূন্য কথা কোৱা নাছিল,



তাও তোমাৰ লগত থাকিলেহে
সঁচাকৈয়ে তুমি 'তুমি' হ'ব পাৰিবা।

পাদটীকা : সৃষ্টিৰ এক অংশ বুলি নিজক গ্ৰহণ কৰিব পাৰিলেহে সমস্ত সৃষ্টিৰ সৈতে একত্ব অনুভৱ হ'ব। আপোন সত্তাটোক জগতৰ এক অংশ বুলি গ্ৰহণ কৰিব নোৱাৰিলে বা নোৱৰালৈকে আত্মত্যাগ কৰিব নোৱাৰি।

তেওঁ নিজে কোন নজনাৰ বাবে মানুহে নিজৰ ভিতৰতে তেওঁক চিনে। ব্যষ্টিৰ দৃষ্টিকোণৰ পৰা চালে তেওঁ ভালকৈয়ে জানে তেওঁ কোন। সেইবাবেই মানুহৰ উপকাৰৰ বাবে তেওঁ নিজকে নিয়োজিত কৰে। তেওঁৰ ব্যক্তিত্বই তেওঁক প্ৰভাৱ পেলাব নোৱাৰে। তেওঁৰ কিন্তু ক'তো স্থিতি নাই আৰু কিবা জানিবলৈ তেওঁৰ স্বকীয়তা নাই। তেওঁ একো নাজানে। তেওঁ মাত্ৰ আছে।

তাও তোমাৰ লগত থাকিলেহে তুমি 'তুমি' হ'বা — আগতেই উল্লেখ কৰি অহা হৈছে যে মনটোৰে একো নিবিচৰা বা নভবা অৱস্থাকে 'তাও' বোলা হয়। অৰ্থাৎ মনত যেতিয়া তিলমানো কামনা-বাসনা আকাংক্ষা নাথাকে মন তেতিয়া স্থিৰ, শান্ত, সমাহিত হৈ থাকে আৰু এই অৱস্থা প্ৰাপ্তি হ'লেহে শুদ্ধ, সত্ত্ব, নিৰ্মল আত্মাৰ উপলব্ধি হ'ব। এই অৱস্থাত তাওৰ সান্নিধ্য লাভ হ'ব আৰু আত্ম উপলব্ধি হ'ব অৰ্থাৎ তুমি 'তুমি' হ'বা।

(২৩)

নিজকে তুমি সম্পূৰ্ণ ব্যক্ত কৰাঁ
তাৰ পাছত নিঃশব্দে থাকাঁ।
প্ৰকৃতিৰ শক্তিৰ দৰে হোৱাঁ,
যেতিয়া ই বয় তেতিয়া কেৱল বতাহ,
যেতিয়া বৰষুণ হয়, ই কেৱল বৰষুণ।
ডাৱৰবোৰ যেতিয়া চলে
সূৰ্যই ইয়াৰ মাজেদিয়েই পোহৰ দিয়ে।
তাওৰ প্ৰতি তুমি নিজকে যদি উন্মুক্ত কৰিব পাৰা
তুমি তাওৰ সৈতে এক হৈ
সম্পূৰ্ণ মিলি যাব পাৰা।
অন্তৰ্দৃষ্টিৰ প্ৰতি নিজকে যদি উন্মুক্ত কৰিব পাৰা
তুমি তাওৰ স'তে এক হৈ সম্পূৰ্ণ মিলি যাব পাৰা।

ক্ষতিৰ প্ৰতি যদি তুমি সহজ হোৱাঁ
সম্পূৰ্ণভাৱে ইয়াক গ্ৰহণ কৰি
ক্ষতিৰ লগত এক হ'ব পাৰিবা।
তাওৰ প্ৰতি তুমি খোলা হোৱাঁ
আৰু তোমাৰ স্বাভাৱিক ক্ৰিয়াকৰ্মত
বিশ্বাস ৰাখাঁ।
সকলো বস্তু যথাযথ থাকিব।

পাদটীকা ঃ তোমাৰ স্বাভাৱিক ক্ৰিয়া কৰ্মত বিশ্বাস ৰাখা - অৰ্থাৎ নিজৰ বুদ্ধিবৃত্তিৰ ওপৰত বিশ্বাস ৰাখা। তুমি নিজকে তাওক উদঙাই দেখুওৱা। তাওৱে তোমাৰ অন্তৰ নিকা কৰিব আৰু সকলো বস্তু যথাযথভাৱে তুমি স্বস্থানতে তেতিয়া দেখা পাবা।



(২৪)

যিজন ভৰিৰ আঙুলিত থিয় হৈ থাকে
দৃঢ়ভাৱে থিয় হ'ব নোৱাৰে।
বৰ বেগেৰে যোৱাজন-
বেছি দূৰ যাব নোৱাৰে।
যি উজ্জ্বল হ'বলৈ চেষ্টা কৰে
তেওঁ নিজৰ উজ্জ্বলতা ম্লান কৰে।
যিজনে নিজকে সীমাৰ ভিতৰত ৰাখে
আচলতে নিজে কোন তেওঁ জানিব নোৱাৰে।
আনৰ ওপৰত যাৰ ক্ষমতা আছে
তেওঁ নিজকে ক্ষমতাশালী কৰিব নোৱাৰে।
যি নিজৰ কামত আঁকোৰগোজ হৈ থাকে
স্থায়ী একো বস্তু তেওঁ সৃষ্টি নকৰে।
তাওৰ সৈতে যদি তুমি একমত হ'ব খুজিছা
নিজৰ কামটো কৰা আৰু
তাক এৰি দিয়াঁ।

পাদটীকা ঃ আনৰ ওপৰত যাৰ ক্ষমতা আছে তেওঁ নিজকে ক্ষমতাশালী কৰিব নোৱাৰে। আনৰ ওপৰত ক্ষমতা থকা মানে নিজৰ ক্ষমতা থকাটো। আন মানে তেওঁ নিজেই। এই কথাটো বুজিলে আমি উচিত আৰু যথাযথভাৱে ক্ষমতা প্ৰয়োগ কৰিব পাৰোঁ।

(২৫)

ব্ৰহ্মাণ্ড সৃষ্টিৰ আগতে
নিখুঁত আকাৰহীন কিবা এটা আছিল।
ই শান্ত, শূন্য, একক,
অপৰিৱৰ্তনশীল, অসীম,
সনাতন।
মহাজগতৰ এওঁৱেই মাতৃ।
ভাল এটা নামৰ অভাৱত
মই এওঁক 'তাও' বুলি কওঁ।
বাহিৰে ভিতৰে
সকলো বস্তুৰ ভিতৰেদি
এওঁ প্ৰবাহিত আৰু
সকলো বস্তুৰ মূললৈকে
তেওঁ ঘূৰি আহে।
তাও মহান।
ব্ৰহ্মাণ্ড মহান।
পৃথিৱী মহান।
মানুহ মহান।
এই চাৰিওটাই হ'ল মহান শক্তি।
মানুহে পৃথিৱীক অনুসৰণ কৰে।
পৃথিৱীয়ে মহাবিশ্বক অনুসৰণ কৰে।
মহাবিশ্বই তাওক অনুসৰণ কৰে।
তাওৱে মাত্ৰ নিজকে অনুসৰণ কৰে।

পাদটীকা ঃ মহাজগতৰ এওঁৱেই মাতৃ — তাওৱে সকলো সৃষ্টি কৰিছে, পুষ্টি দিছে, প্ৰতিপালন কৰিছে, যত্ন লৈছে, সুখ দিছে, ৰক্ষা কৰিছে আৰু শেষত তেওঁ এইসকলো নিজৰ ওচৰলৈ লৈ গৈছে।

সৃষ্টি কৰাটো, প্ৰতিপালন কৰাটো, যত্নসহকাৰে ৰক্ষা কৰাটো, পুনৰ তেওঁলৈ ঘূৰাই নিয়াটো — এই চাৰিটা তাওৰ মহান শক্তি।



(২৬)

গধুৰটোৱেই হ'ল পাতলৰ মূল।
সকলো গতিৰ উৎস হ'ল স্থিৰতা।
ঘৰ নেৰাকৈয়ে ঈশ্বৰে
গোটেই দিন এনেকৈয়ে ভ্ৰমে।
দৃশ্যবোৰ যিমানেই জকমকীয়া নহওক লাগে
তেওঁ নিজৰ ভিতৰতে শান্তিৰে সমাহিত হৈ থাকে।

দেশৰ গৰাকীয়েনো মূৰ্খৰ দৰে
কিয় ঠাই সলাই ফুৰিব লাগে?
নিজকে যদি ইফালে সিফালে উৰিবলৈ দিয়া
তোমাৰ মূলৰ সৈতে তুমি সংস্পৰ্শ হেৰুৱাবা।
অস্থিৰতাই তোমাক লৰাবলৈ দিয়া যদি
তুমি নিজে কোন - তাৰ স'তে
সংস্পৰ্শ হেৰুৱাবা।

পাদটীকা ঃ ঘৰ নেৰাকৈয়ে ঈশ্বৰে গোটেই দিন এনেকৈয়ে ভ্ৰমে।

তেওঁৰ নিজৰ পৰা কেতিয়াও সংস্পৰ্শ নেহেৰুৱায়। আনন্দ, বেজাৰ বা খঙৰ কোনো অৱস্থাই তেওঁক আমনি নকৰে।

(২৭)

ভাল ভ্ৰমণকাৰী এজনৰ নিৰ্দিষ্ট আঁচনি নেথাকে
আৰু লক্ষ্য পোৱাঁলৈ তেওঁ আগ্ৰহী নহয়।
এজন শিল্পীয়ে যি বিচাৰে
সহজাত বুদ্ধিয়ে তেওঁক তালৈকে নিয়ে।
নিজকে সকলো ধাৰণাৰ পৰা মুক্ত কৰি
এজন ভাল বিজ্ঞানীয়ে
নিজৰ মনটো
স্বয়ং ঘটিত কাৰ্যৰ প্ৰতি খোলা ৰাখে।
এনেকৈয়ে সকলোৰে পাব পৰাকৈ
ঈশ্বৰ থাকে আৰু
কাকো তেওঁ পৰিহাৰ নকৰে।
সকলো অৱস্থাকে ব্যৱহাৰ কৰিবলৈ
তেওঁ সাজু থাকে আৰু
একো বস্তুকে নষ্ট নকৰে।
জ্যোতি বা পোহৰ ধাৰণ বুলি ইয়াকে কয়।

এজন ভাল মানুহ
এজন বেয়া মানুহৰ শিক্ষকৰ বাহিৰেনো কি?
এজন বেয়া মানুহ
এজন ভাল মানুহৰ কামৰ বাহিৰেনো কি?
এইটো যদি তুমি নুবুজা
তুমি নিজকে হেৰুৱাবা।
এইটোৱেই হ'ল অতি গুপ্ত কথা।

পাদটীকা ঃ চৰম সত্য আৰু বাস্তৱতাক উন্মুক্ত হৃদয়েৰে উপলব্ধি কৰা। এজন ভাল ভ্ৰমণকাৰীয়ে অতিক্ৰান্ত পথত চিন এৰি থৈ নাযায়। এজন দক্ষ বক্তাই ভুল বক্তব্য নিদিয়ে, তেওঁৰ জিভা নিপিচলে।

সকলোৱে পাব পৰাকৈ ঈশ্বৰ থাকে, কাৰণ তেওঁ নিজৰ ধাৰণাৰ সৈতে যুক্ত হৈ নাথাকে। তেওঁক সেইবাবে সকলোৱে পাব পাৰে।

এইটো বুজি নাপালে তুমি নিজকে হেৰুৱাবা — অৰ্থাৎ নৈতিক বিচাৰৰ দিশৰ পৰা তুমি মৃত্যুবৎ সৰ্বস্বান্ত হ'ব। ভাল আৰু বেয়াৰ জ্ঞান বৃক্ষ জোপা মৃত্যু বৃক্ষও — একে জোপাই।



(২৮)

পুৰুষক চিনি লোৱা,
তথাপি, তিৰোতাকো ধৰি ৰাখা।
দুবাহুৰে জগতক আঁকোৱালি লোৱা
জগতক আঁকোৱালি ল'লে
তাওৰে তোমাক কেতিয়াও নেৰে
আৰু তুমি সৰু ল'ৰাৰ দৰে হ'বা।

বগাটো চিনি লোৱা
তথাপি, ক'লাটোকো ধৰি ৰাখা।
নিজে পৃথিৱীৰ বাবে চানেকী হোৱা।
জগতৰ বাবে যদি তুমি চানেকী হোৱা
তোমাৰ ভিতৰত তাও শক্তিমান হ'ব
আৰু তুমি কৰিব নোৱৰা কাম একো নাথাকিব।
নিজৰটো চিনি লোৱা,
সেই বুলি আনৰটোও ধৰি ৰাখা
জগতখন যেনে আছে তেনেদৰে গ্ৰহণ কৰা।
জগতক যদি তুমি গ্ৰহণ কৰা
তোমাৰ অন্তৰত তাও জ্যোতিষ্মান হ'ব
আৰু তুমি আদিম ৰূপলৈ ঘূৰি আহিবা।
শূন্যৰ পৰাই জগতৰ সৃষ্টি
যেনেদৰে এডোখৰ কাঠৰ পৰাই
বিভিন্ন সঁজুলিৰ সৃষ্টি।
সঁজুলিবোৰ ঈশ্বৰে চিনে,
তথাপি কাঠডোখৰ ধৰি ৰাখে
এনেকৈয়ে তেওঁ সকলো বস্তুকে
ব্যৱহাৰ কৰিব পাৰে।

পাদটীকা ঃ পুৰুষক চিনি লোৱা, তথাপি তিৰোতাকো ধৰি ৰাখা — গ্ৰহণ কৰোঁতাক (receptive) ধৰি ৰাখিলে সৃষ্টি কৰোঁতাজনৰ (creative) আৱিৰ্ভাৱ ঘটে। আচলতে গ্ৰহণ কৰোঁতাজন আৰু সৃষ্টি কৰোঁতাজন ইজন সিজনৰ পৰিপূৰক।

(২৯)

জগতখনৰ তুমি উন্নতি সাধিব বিচৰানে?
এইটো কৰিব পাৰি বুলি মই নাভাবোঁ।
জগত পৱিত্ৰ
ইয়াকে উন্নত কৰিব নোৱাৰি।
অনাহক হস্তক্ষেপ কৰিলে
তুমি ইয়াক ধ্বংস কৰিবা।
বস্তুৰ দৰে ব্যৱহাৰ কৰিলে
তুমি ইয়াক হেৰুৱাবা।
এটা সময় আছে —
আগবাঢ়িবলৈ,
পিছুৱাবলৈ,
গতিশীল হ'বলৈ,
জিৰণি ল'বলৈ,
শক্তিমন্ত হ'বলৈ,
ক্ষয় যাবলৈ,
নিৰাপদ হ'বলৈ
বিপদত পৰিবলৈ — এটা সময় আছে।
শাসনৰ চেষ্টা নকৰি
ঈশ্বৰে বস্তুবোৰ যেনে আছে
তেনে ধৰণেই চায়।
তেওঁ এইবোৰক নিজৰ মতে চলিবলৈ দিয়ে।
আৰু তেওঁ বৃত্তৰ কেন্দ্ৰত অৱস্থান কৰে।

পাদটীকা ঃ ৰামানা মহৰ্ষিয়ে কৈছিল, "নিজৰ আচল স্বৰূপটো বুজি নোপোৱাকৈ জগতৰ সংস্কাৰ সাধন কৰিবলৈ যোৱাটো — শিলৰ আঘাত আৰু কাঁইটৰ আঁচোৰবোৰৰ পৰা অব্যাহতি পাবলৈ জগত খনকে চামৰাৰে ঢাকি লোৱাৰ নিচিনা। তেনে কৰাতকৈ এজোৰ জোতা পিন্ধি লোৱাই সহজ।"

ইয়াক উন্নত কৰিব নোৱাৰি — Genesis ৰ প্ৰথম অধ্যায়ত কোৱাৰ দৰে ভগৱান যেতিয়া সম্পূৰ্ণ বিশ্ৰামত থাকে তেতিয়া জগতলৈ লক্ষ্য কৰি কয়, 'চোৱা, এইখন জগত বৰ ভাল।' আচলতে ইয়াক উন্নত কৰিব নোৱৰাটোৱেই মহত্তম উন্নতি।



(৩০)

যিজনে তাওৰ ওপৰত বিশ্বাস ৰাখে
মানুহক শাসন কৰোঁতে
কোনো বিষয়তে শক্তি প্ৰয়োগ নকৰে,
অথবা অস্ত্ৰশক্তিৰে
কোনো শত্ৰুক পৰাজয় নকৰে।
কাৰণ, প্ৰতিটো শক্তিৰ বিপৰীতে
এটা প্ৰতি শক্তি আছে।
ভাল অভিপ্ৰায়েৰে কৰা হিংসায়ো
সদায় নিজলৈ প্ৰতিহিংসা কঢ়িয়াই আনে।
ঈশ্বৰে নিজৰ কাম কৰে
আৰু বৈ যায়।
তেওঁ বুজে যে জগতখন চিৰকালেই
নিয়ন্ত্ৰণৰ বাহিৰত আৰু
ঘটনাবোৰক নিয়ন্ত্ৰণ কৰিবলৈ চেষ্টা কৰিলে
তাওৰ গতিৰ বিপক্ষে যায়।
কাৰণ, তেওঁৰ নিজৰ ওপৰত বিশ্বাস থকাৰ কাৰণে
আনক তেওঁ প্ৰত্যয় জন্মাবলৈ চেষ্টা নকৰে।
নিজে নিজেই যিহেতু তেওঁ সন্তুষ্ট
আনৰ অনুমোদনৰ তেওঁক প্ৰয়োজন নহয়
যিহেতু তেওঁ নিজকে গ্ৰহণ কৰে
সমস্ত জগতে তেওঁক গ্ৰহণ কৰে।

পাদটীকা ঃ কোনো বিষয়ত শক্তি প্ৰয়োগ নকৰে অৰ্থাৎ বিষয় বা সমস্যাবোৰ নিজে নিজে সম্পন্ন হ'বলৈ দিয়ে।

নিয়ন্ত্ৰণৰ বাহিৰত – অৰ্থাৎ নিজৰ সূক্ষ্ম আত্মচেতনাৰ নিয়ন্ত্ৰণৰ বাহিৰত।

(৩১)

অস্ত্ৰবোৰ হ'ল হিংসাৰ সঁজুলি
সকলো ভাল মানুহে এইবোৰ ঘিণ কৰে
অস্ত্ৰবোৰ হ'ল ভয়ৰ সামগ্ৰী
নিতান্ত আৱশ্যক নহ'লে
কোনো সাধুলোকে ইয়াক ব্যৱহাৰ নকৰে।
আৰু যদি বাধ্য হয়
অত্যন্ত সংযমেৰে ইয়াক ব্যৱহাৰ কৰে।

শান্তিয়েই হ'ল তেঁওৰ সৰ্বোচ্চ মূল্য।
যদি শান্তি বিনষ্ট হয়
তেওঁ কেনেকৈ সুখী হ'ব?
তেওঁৰ শত্ৰুবোৰ দৈত্য নহয়
তেওঁৰ দৰে মানুহবোৰহে শত্ৰু।
কাৰো অপকাৰ তেওঁ কামনা নকৰে,
বিজয়ী হ'লেও তেওঁ উল্লাসিত নহয়।
বিজয়ত অথবা
নৰহত্যাত তেওঁ কেনেকৈ আনন্দিত হ'ব?
দুখ আৰু সহানুভূতিৰ
এখন মহাযুদ্ধত তেওঁ সোমাই পৰে,
যেনিবা তেওঁ এখন সমাধিক্ষেত্ৰতহে
উপস্থিত হৈছে।

পাদটীকা : শান্তিয়েই তেওঁৰ সৰ্বোচ্চ মূল্য — শান্তি অৰ্থাৎ সমগ্ৰতা।



(৩২)

তাওক নিৰীক্ষণ কৰিব নোৱাৰি,
পৰমাণুতকৈ ক্ষুদ্ৰ হ'লেও
তেওঁ অগণন হাতীপটী ধৰি আছে
ক্ষমতাশালী মুনিহ আৰু তিৰোতাসকলে
যদি তাওৰ বুকুত কেন্দ্ৰীভূত হৈ থাকে
সকলো বস্তু ঐক্যৰ মাজত থাকিব,
পৃথিৱীখন এখন স্বৰ্গ হ'ব,
সকলো মানুহ শান্তিত থাকিব,
নীতি-নিয়ম সকলোবোৰ
তেওঁলোকৰ হৃদয়তে লিখা থাকিব।
নামবোৰ আৰু আকাৰবোৰ যেতিয়া থাকে
জানিবা, এইবোৰ অস্থায়ী।
যেতিয়া তোমাৰ অনুষ্ঠানবোৰ থাকে
এইবোৰৰ কাৰ্যকাল
কেতিয়া শেষ হ'ব জানি থোৱা।
ক'ত ৰ'ব লাগে জানিলে
তুমি বিপদ বৰ্জন কৰিব পাৰা
সকলো বস্তু তাওৰ ওপৰতেই শেষ হয়
নদীৰ গতি যেনেকৈ সাগৰত শেষ হয়।

পাদটীকা : পৰমাণুতকৈ ক্ষুদ্ৰ — অৰ্থাৎ ই অদৃশ্য। ই সৰুও নহয়, ডাঙৰো নহয়, ইয়াতো নাই তাতো নাই। ই মহাশূন্য। অতীত, বৰ্তমান, ভৱিষ্যত ই একো নহয়।

(৩৩)

আনক জনাটো বুদ্ধিমত্তা,
নিজক জনাটো প্ৰকৃত জ্ঞান
আনক শাসন কৰাটো শক্তি
নিজকে শাসন কৰাটো আচল ক্ষমতা।

তোমাৰ যথেষ্ট আছে বুলি
যদি তুমি উপলব্ধি কৰা
তুমি সঁচাকৈয়ে ধনী।
কেন্দ্ৰত যদি তুমি থাকা আৰু
সমস্ত হৃদয়েৰে যদি
মৃত্যুক আঁকোৱালি ল'ব পাৰা
সৰ্বকালৰ বাবে তুমি সহিষ্ণু হ'বা।

পাদটীকা ঃ প্ৰকৃত জ্ঞান - যেতিয়া মই নিজকে জানো, অন্য সকলোকে জানো। যেতিয়া নিজকে মই জয় কৰোঁ, আনক জয় কৰাৰ প্ৰয়োজন নাথাকে।

কেন্দ্ৰত যদি তুমি থাকা অৰ্থাৎ তাওক যদি একান্তভাৱে উপলব্ধি কৰি তেওঁকেই নিৱিষ্ট হৈ থাকিব পাৰা।



(৩৪)

মহান তাও সকলোতে ব্যাপ্ত হৈ আছে
এওঁৰ পৰাই সকলো জন্ম হয়,
অথচ, তাওৱে তেওঁলোকক সৃষ্টি নকৰে।
তেওঁ নিজকে তেওঁৰ কামত উছৰ্গা কৰে
তথাপি তেওঁৰ কোনো দাবী নাই,
অনন্তব্ৰহ্মাণ্ডক তেওঁ পৰিপুষ্টি দিয়ে।
তথাপি ক'তো তেওঁ লিপ্ত নহয়।
যিহেতু তেওঁ সকলো বস্তুতে বুৰ গৈ থাকে
আৰু সকলোৰে হৃদয়ত লুকাই থাকে
তেওঁক বিনয়ী বুলিব পাৰি।
যিহেতু সকলো বস্তু এওঁতে লয় পায়
আৰু এওঁ অকলে এইবোৰ সহি থাকে
এওঁক মহান বুলিব পাৰি
তেওঁ নিজৰ মহত্ত্বৰ উমান নেপায়
এইবাবে তেওঁ সঁচাকৈয়ে মহান।

পাদটীকা ঃ এওঁৰ পৰাই সকলো জন্ম হয় অথচ এওঁ তেওঁলোকক সৃষ্টি নকৰে

এজন খনিকৰ বা এজন কাৰিকৰে নিজ হাতেৰে তৈয়াৰ কৰে বা গঢ় দিয়ে - সৃষ্টি কৰে। ঈশ্বৰে কিন্তু এগৰাকী মাতৃৰ দৰে জন্ম দিয়ে। চেতনাযুক্ত কোনো আঁচনি বা উদ্দেশ্য তেওঁৰ নাথাকে। ঈশ্বৰে কয়, 'পোহৰ আছে' সেই পোহৰ বা আলোক তেওঁ নিজেই।

(৩৫)

তাওৰ অভ্যন্তৰত যি কেন্দ্ৰীভূত হৈ থাকে
বিপদ নোহোৱাকৈ তেওঁ
য'লৈ ইচ্ছা তালৈকে যাব পাৰে। ভীষণ যন্ত্ৰণাৰ মাজতো
বিশ্ব ব্ৰহ্মাণ্ডৰ ঐক্য তেওঁ অনুভৱ কৰে,
কাৰণ, নিজৰ হৃদয়ৰ মাজত
তেওঁ শান্তি বিচাৰি পায়।

সঙ্গীতৰ সুৰ শুনি অথবা
ভাল ৰন্ধনৰ গোন্ধ শুঙি
আনন্দতে মানুহ ৰৈ যাব পাৰে।
কিন্তু, তাওৰ বিষয়ে কোৱা কথাবোৰ
সোৱাদ নলগা আৰু
আমনিদায়ক বোধ হয়।
যেতিয়া তুমি ইয়াক বিচৰা - একো নেদেখা।
ইয়াৰ বিষয়ে শুনিবলৈ বিচৰা - একো নুশুনা।
যেতিয়া তুমি ইয়াক কামত লগোৱা — ই অক্ষয়।

পাদটীকা ঃ নিজৰ হৃদয়ৰ মাজত তেওঁ শান্তি বিচাৰি পায় - কাৰণ, তেওঁ শান্তিৰ মাজতে আছে। গতিকে, সকলো যন্ত্ৰণা তেওঁ অনায়াসে সহিব পাৰে।

তাওৰ বিষয়ে কোৱা কথাবোৰ সোৱাদ নলগা — এই বিষয়ে 'জেন্' গুৰু চো উং চানৰ মন্তব্য ঃ-

ডাঙৰ বাটত কোনো জপনা নাথাকে
স্বচ্ছ পৰিষ্কাৰ পানীৰ স্বাদ নাই
জিভাৰ কোনো হাড় নাই
নিথৰতাৰ মাজত এজনী শিলৰ
ছোৱালীয়ে নাচি আছে!



(৩৬)

কিবা এটা বস্তু চপাব খুজিলে
তুমি নিশ্চয় ইয়াক প্ৰথমতে
বহল হ'বলৈ দিব লাগিব
কিবা এটা বস্তু যদি এৰিব খুজিছা
প্ৰথমতে ইয়াক উন্নত কৰি ল'ব লাগিব।
কিবা এটা ল'বলৈ বিচাৰিলে
প্ৰথমতে তাক দিবলৈ অনুমতি দিব লাগিব।
দ্ৰব্যবোৰৰ এইটোকেই 'সূক্ষ্ম, চতুৰ অনুভৱ' বুলি কয়।

কোমলটোৱে কঠিনটোক পৰাভূত কৰে
মন্থৰটোৱে বেগীটোক অতিক্ৰম কৰে।
তোমাৰ কামবোৰ ৰহস্য হৈ থাকিব দিয়া
মানুহক কেৱল পৰিণামবোৰ দেখুওৱা।

পাদটীকা ঃ কিবা এটা চপাব বিচাৰিলে তুমি নিশ্চয় ইয়াক প্ৰথমতে বহল হ'বলৈ দিব লাগিব।

উদাহৰণ স্বৰূপে, তোমাৰ চৰিত্ৰৰ আসোঁৱাহবোৰ (দোষবোৰ) যদি হেঁচি ৰাখিবলৈ যত্ন কৰা বা অৱজ্ঞা কৰা — এইবোৰ থাকি যাব। কিন্তু সচেতনভাৱে ইহঁতক থাকিবলৈ দিলে কালক্ৰমে এইবোৰ নিজেই নাইকিয়া হ'ব।

Blake এ অন্য দৃষ্টিকোণৰ পৰা চাই এনেদৰে কৈছিল, "আধিক্যৰ (Excess) বাটে লৈ যোৱা বাটেই জ্ঞানৰ দৰবাৰলৈ লৈ যাব।"

(৩৭)

তাওৱে কেতিয়াও একো নকৰে
অথচ তেওঁৰ যোগেদিয়েই সকলো কাম হয়।
ক্ষমতাশালী মুনিহ তিৰোতাসকলে যদি
তাওৰ অভ্যন্তৰত অৱস্থান কৰিলেহেঁতেন
সমস্ত পৃথিৱীখনেই নিজে নিজে
স্বাভাৱিক ছন্দত পৰিৱৰ্ত্তিত হ'লহেঁতেন।

প্ৰাত্যহিক জীৱনত সহজ সৰল,
একতাৰ মাজত কামনা শূন্য হৈ
মানুহ সুখী হ'ব।
য'ত কামনা নাই
তাত সকলো শান্তিত থাকে।

পাদটীকা ঃ ক্ষমতাশালী মুনিহ-তিৰোতাসকলে যদি তেওঁৰ (তাওৰ) অভ্যন্তৰত অৱস্থান কৰিলেহেঁতেন, সমস্ত পৃথিৱীখনেই নিজে নিজে স্বাভাৱিক ছন্দত পৰিৱৰ্ত্তিত হ'লহেঁতেন।

— এইটো সম্ভৱ। কাৰণ, তেওঁলোকে এইটো কৰিব পাৰে।



(৩৮)

ঈশ্বৰে ক্ষমতাশালী হ'বলৈ চেষ্টা নকৰে,
সেইবাবে তেওঁ সঁচাকৈয়ে ক্ষমতাশালী।
সাধাৰণ মানুহে ক্ষমতাৰ পাছত দৌৰে
সেইবাবে তেওঁ যথেষ্ট নাপায়।

ঈশ্বৰে একো নকৰে,
তথাপি, একো সম্পূৰ্ণ নকৰাকৈ নাথাকে
সাধাৰণজনে কিবা এটা সদায় কৰে
আৰু কৰিবলগীয়া বহু কাম থাকি যায়।
দয়ালুজনে কিবা এটা কৰে
তথাপি কিছুমান কাম নোহোৱাকৈ থাকে।
ন্যায়নিষ্ঠজনে কিবা এটা কৰে
আৰু বহু কাম কৰিবলৈ বাকী থাকে।
ধাৰ্মিকজনে কিবা এটা কৰে,
আৰু কোনেও সঁহাৰি নিদিলে
হাত কোঁচাই শক্তি প্ৰয়োগ কৰে।
যেতিয়া তাও হেৰায়, সজগুণ থাকে।
সজগুণ যেতিয়া হেৰায়, নৈতিকতা থাকে।
যেতিয়া নৈতিকতা নাথাকে, আচাৰ-নীতি থাকে।
আচাৰ-নীতিৰ আনুষ্ঠানিকতাই হ'ল
সঁচা ধৰ্ম বিশ্বাসৰ পতান,
সকলো বেমেজালি, খেলিমেলিৰ আৰম্ভণি।
সেইবাবে ঈশ্বৰে
ওপৰ নহয় তলৰ সৈতে
ফুল নহয় ফলৰে সৈতে
নিজকে জড়িত কৰি ৰাখে।
তেওঁৰ নিজৰ কোনো ইচ্ছা নাই
তেওঁ সত্যত থাকে
আৰু সকলো ভ্ৰমক আঁতৰিবলৈ দিয়ে।

পাদটীকা ঃ ঈশ্বৰে একো নকৰে — তেওঁৰ মনত নিৰ্দিষ্ট লক্ষ্য নাই।তেওঁ নাভাবে যে তেওঁ কিবা কৰিছে। তথাপি, একো সম্পূৰ্ণ নকৰাকৈ নাথাকে — তেওঁৰ কোনো আশা নাই, বেজাৰো নাই, অৱশিষ্ট একো নাই। যেতিয়া তাও হেৰাই যায় — তাওক কেতিয়াও হেৰুৱাব নোৱাৰি। কিন্তু তেওঁক পাব পাৰি।

ঈশ্বৰে ওপৰ নহয় তলৰ সৈতে

ফুল নহয় ফলৰে সৈতে

নিজকে জড়িত কৰি ৰাখে — গভীৰতাত দ-বামৰ পাৰ্থক্য নাথাকে। ফুলৰ পৰাহে ফল হয়। ফলৰ ভিতৰত ফুলৰ অৱস্থিতিৰ অনুভৱ নহয়। ঈশ্বৰে তল-ওপৰ, ফল-ফুল এই সকলো উপভোগ কৰে।



(৩৯)

তাও লগত থাকে বাবে<br>
আকাশ স্বচ্ছ আৰু বিশাল,<br>
পৃথিৱী দৃঢ় আৰু পৰিপূৰ্ণ।<br>
সকলো প্ৰাণীয়ে একেলগে বিকশিত হয়,<br>
নিজৰ অৱস্থাত তেওঁলোক সুখী।<br>
সীমাহীনভাৱে বাৰে বাৰে<br>
তেওঁলোক ঘূৰি আহে,<br>
সীমাহীনভাৱে পুনৰ নতুন হয়।<br>
তাওক যেতিয়া মানুহে ব্যাঘাত জন্মায়<br>
আকাশ মলিয়ন হয়,<br>
পৃথিৱী প্ৰায় শেষ হয়<br>
ভাৰসাম্য ভাগি যায়।<br>
প্ৰাণীবোৰ বিলুপ্ত হয়।<br>
ঈশ্বৰে অংশবোৰ সহানুভূতিৰে চায়<br>
কিয়নো তেওঁ সমগ্ৰতাক বুজি পায়।<br>
তেওঁৰ অহৰহ অনুশীলন — নম্ৰতা।<br>
বাখৰৰ দৰে তেওঁ নিজিলিকে,<br>
কিন্তু সাধাৰণ খহটা এডোখৰ শিলৰ দৰে<br>
নিজকে তাওৰ দ্বাৰা গঢ় ল'বলৈ দিয়ে।

পাদটীকা ঃ তাওৰ দ্বাৰা গঢ় ল'বলৈ দিয়ে — অৰ্থাৎ এডোখৰ মাৰ্বল শিলে এজন শিলাকুটিক (Sculptor) যেনেকৈ কোনো ভাস্কৰ্য্যৰ ৰূপ দিবলৈ নিজকে এৰি দিয়ে। হাতুৰী-বটালী হ'ল আৱশ্যকীয় উপকৰণ।

(৪০)

প্ৰত্যাৱৰ্তন হ'ল তাওৰ গতি
উৎপাদন কৰাটো তেওঁৰ পথ।

সকলো বস্তু অস্তিত্বৰ পৰা ওপজে
অস্তিত্বহীনৰ পৰা অস্তিত্বৰ জন্ম।

পাদটীকা ঃ অস্তিত্বহীনৰ পৰা অস্তিত্বৰ জন্ম হয়। একো নথকা মহাশূন্যৰ পৰা সকলো সৃষ্ট পদাৰ্থৰ উদ্ভৱ হয়। 'অস্তিত্বহীনতা" – ই থকা নথকা কোনো শ্ৰেণীতে নপৰে, অৰ্থাৎ ই গুণাতীত।



(৪১)

যেতিয়া এজন শ্ৰেষ্ঠলোকে
তাওৰ বিষয়ে শুনে
ততালিকে তেওঁ ইয়াক
সাকাৰ ৰূপ দিবলৈ আৰম্ভ কৰে।
সাধাৰণ এজন তেওঁৰ বিষয়ে শুনিলে
তেওঁ বিশ্বাস অবিশ্বাসৰ দোমোজাত পৰে।
এজন মূৰ্খই তাওৰ বিষয়ে শুনিলে
জোৰেৰে হাঁহি উৰুৱাই দিয়ে।
যদি তেওঁ নেহাঁহিলেহেঁতেন
তাও 'তাও' নহ'লহেঁতেন।
এইবাবেই কোৱা হয়
পোহৰৰ পথটো আন্ধাৰ যেন লাগে,
আগলৈ যোৱা পথটো পাছলৈ যোৱা যেন লাগে,
পোন বাটটো দীঘল আৰু দূৰ যেন লাগে,
সঁচা শক্তিটো দুৰ্বল যেন লাগে,
কৃতসংকল্পক অস্থিৰ যেন লাগে,
স্বচ্ছতাক ধোঁৱলি কুঁৱলী যেন লাগে
মহৎ শিল্পক সৱল যেন লাগে,
মহৎ প্ৰেমক উদাসীন যেন লাগে,
গভীৰ জ্ঞানক ল'ৰামতীয়া যেন লাগে।
তাওক ক'তো বিচাৰি পোৱা নাযায়।
তথাপি, তেওঁ সকলো বস্তু পৰিপূৰ্ণ কৰে
আৰু পৰিপুষ্টি প্ৰদান কৰে।

পাদটীকা ঃ মহৎ প্ৰেমক উদাসীন যেন লাগে - ইটোতকৈ সিটোক পচন্দ কৰা বা ভাল দেখাৰ কাৰণ নাই। এজন ভাল পিতৃয়ে তেওঁৰ ল'ৰা-ছোৱালী সকলোকে সমানে ভাল পায়, লাগিলে তেওঁলোকৰ কোনোবা চোৰেই হওক বা সাধুৱেই হওক। যীশুৱেও কৈছিল, 'তোমালোকৰ শত্ৰুকো ভাল পাবলৈ শিকা যাতে স্বৰ্গৰ পিতৃৰ তোমালোক সন্তান হ'ব পাৰা। কাৰণ ঈশ্বৰে সূৰ্যৰ পোহৰ ভাল বেয়া সকলোৰে ওপৰত সমানে বিতৰণ কৰিছে আৰু ভাল বেয়া সকলোৰে ওপৰত বৰষুণৰ পানী বৰ্ষণ কৰিছে।

(৪২)

তাওৱে একক জন্ম দিয়ে।
একে দুইক জন্ম দিয়ে,
দুইয়ে তিনিক জন্ম দিয়ে।
তিনিয়ে সকলো বস্তুক জন্ম দিয়ে।
সকলো বস্তুৰ পিঠি স্ত্ৰীৰ ফালে থাকে
আৰু ইহঁত পুৰুষৰ মুখামুখি হৈ থিয় হয়।
যেতিয়া পুৰুষ আৰু স্ত্ৰী এক হয়
সকলো বস্তুৰ ঐক্য সাধন হয়।
সাধাৰণ মানুহে নিঃসঙ্গতাক ঘিণ কৰে।
গোটেই ব্ৰহ্মাণ্ড তেওঁ নিজে বুলি উপলব্ধি কৰি
নিজৰ একাকীকত্বক সাৱটি ধৰি
ঈশ্বৰে নিঃসঙ্গতাক কামত লগায়।

পাদটীকা ঃ এক বুলি যেতিয়া কোৱা হয় তেওঁ তাও নহয়।(তাও বুলি যেতিয়া কোৱা হয় তেতিয়া তেওঁ তাও হৈনাথাকে।)

একে দুইক জন্ম দিয়ে - আশ্চৰ্য্যজনক!

দুইয়ে তিনিক জন্ম দিয়ে — ইয়াৰ শেষ ক'ত?

তিনিয়ে সকলো বস্তু জন্ম দিয়ে — জনা কথা।

(অনুভৱেৰে ওপৰৰ পৰা আকৌ এবাৰ চিন্তা কৰা।)

সকলো বস্তুৱে স্ত্ৰীক পিঠি দি থাকে —

আক্ষৰিক অৰ্থত 'চি' (Chi) শক্তিৰ সৈতে লগ লাগি সমস্ত পদাৰ্থই পিঠিত 'ইং' (Yin) শক্তিক লৈ সমুখৰ 'য়াং' (Yang) শক্তিক সাৱটি লয় আৰু এনেদৰে ইহঁতৰ মাজত ঐক্য স্থাপন হয়।



(৪৩)

পৃথিৱীৰ অতি কোমল বস্তুটোৱে
অতি কঠিন বস্তুটোক পৰাভূত কৰে।
খালী নথকা ঠাইতো
সাৰশূন্য বস্তুৰ প্ৰৱেশ ঘটে।
কৰ্মহীনৰ মূল্য এনেকৈয়ে প্ৰদৰ্শন হয়।
নোকোৱাকৈ শিকোৱাটো
নকৰাকৈ কৰ্ম সম্পাদন কৰাটো,
এইটোৱেই হ'ল ঈশ্বৰৰ পন্থা।

পাদটীকা ঃ পৃথিৱীৰ অতি কোমল বস্তুটোৱে

অতি কঠিন বস্তুটোক পৰাভূত কৰে

উদাহৰণ স্বৰূপে পানী আৰু শিল। জলপ্ৰপাতৰ পৰা একেধাৰে বৈ থকা পানীয়ে তলৰ শিল ক্ৰমান্বয়ে ক্ষয় কৰে। এজন শত্ৰুক শত্ৰুতা নকৰি প্ৰেমৰ জৰিয়তে লাহে লাহে বশলৈ আনিব পাৰি।

(৪৪)

যশস্যা, সৰলতা বা সাধুতা
কোনটো বেছি গুৰুত্বপূৰ্ণ?
বৈভৱ আৰু সুখ
কোনটো বেছি মূল্যৱান?
সফলতা আৰু বিফলতা
কোনটো বেছি ধ্বংসকাৰী?

আনৰ দ্বাৰা আশাপূৰণ হোৱাটো বিচাৰিলে
সঁচাকৈ তোমাৰ আশা পূৰ্ণ নহ'ব।
ধনৰ ওপৰতেই যদি তোমাৰ সুখ নিৰ্ভৰ কৰে
তুমি নিজে কেতিয়াও সুখী হ'ব নোৱাৰিবা।

যি আছে তাকে লৈ সুখী হোৱা,
বস্তুবোৰ যেনেদৰে থাকে
তাকে লৈ আনন্দত থাকা
একোৰে অভাৱ নাই বুলি উপলব্ধি কৰিলেই
সমস্ত পৃথিৱীখনেই তোমাৰ।

পাদটীকা ঃ যশস্যা, সৰলতা-সাধুতা – আচলতে এইবোৰক লৈ মূৰ ঘমাব নালাগে। তাওক যি জনে আত্মসমৰ্থন কৰিছে তেওঁ এইবোৰৰ প্ৰতি মনোযোগ নিদিয়ে। জয় পৰাজয় তেওঁৰ বাবে সমানে অৰ্থহীন, কাৰণ তেওঁৰ হৃদয় সকলো সময়তে তাওৰ দ্বাৰা সম্পৃক্ত হৈ থাকে।



(৪৫)

প্ৰকৃত সম্পূৰ্ণতাক অসম্পূৰ্ণ যেন লাগে
তথাপি ই নিজে সম্পূৰ্ণ।
প্ৰকৃত পৰিপূৰ্ণতাক শূন্য যেন লাগে
তথাপি ই পৰিপূৰ্ণ।

সঁচা পোনটোক বেঁকা যেন লাগে।
প্ৰকৃত জ্ঞানক মূৰ্খামী যেন বোধ হয়
প্ৰকৃত কলাশৈলীক কলা বিশিষ্ট যেন নালাগে।

ঈশ্বৰে সকলো ঘটিবলৈ এৰি দিয়ে,
আহি থকা ঘটনাবোৰক তেওঁ গঢ় দিয়ে।
পথৰ পৰা তেওঁ আঁতৰি যায় আৰু
তাওক নিজকে ব্যক্ত হ'বলৈ দিয়ে।

পাদটীকা ঃ পূৰ্ণতা বা সম্পূৰ্ণতাৰ কথাটোও ভ্ৰমাত্মক। ঈশ্বৰে সকলো নিজে নিজে ঘটিবলৈ এৰি দিয়ে। পূৰ্ণ বা অপূৰ্ণ কৰি সকলোকে গঢ় দিয়ে তেওঁৱেই।

(৪৬)

এখন দেশ যেতিয়া তাওৰ সৈতে
সংহত হৈ থাকে
কাৰখানাবোৰে পৰিবহন আৰু
কৃষিৰ সঁজুলি তৈয়াৰ কৰে।

যেতিয়া এখন দেশ তাওৰ বিপৰীতে যায়
চহৰবোৰৰ বাহিৰত
যুদ্ধৰ মৰণাস্ত্ৰবোৰ জমা হয়।

ভয়তকৈ ডাঙৰ ভ্ৰম আৰু একো নাই,
নিজকে ৰক্ষা কৰিবলৈ সাজু ৰখাতকৈ
ডাঙৰ ভুল আৰু একো নাই,
এজন শত্ৰু থকাতকৈ দুৰ্ভাগ্য আৰু একো নাই।
সকলো ভয় যি অতিক্ৰম কৰিব পাৰে
তেওঁ সদায় নিৰাপদ।

পাদটীকা ঃ সকলো ভয় অতিক্ৰম কৰিব পাৰে – অতিক্ৰম কৰিব পৰাজন সদায় নিৰাপদ। প্ৰেছিডেণ্ট ৰুজভেল্টে কৈছিল, "ভয়ৰ বাহিৰে ভয় কৰিবলৈ আমাৰ একো নাই।" অৰ্থাৎ ভয়ক ভয় নকৰিলেই আমি নিৰাপদ।



(৪৭)

দুৱাৰ নোখোলাকৈয়ে
তুমি সমস্ত পৃথিৱীক হৃদয় উদঙাই দিব পাৰা।
খিৰিকীৰে তুমি বাহিৰলৈ নোচোৱাকৈয়ে
তাওৰ সাৰবস্তুটো তুমি চাব পাৰা।

যিমানেই তুমি শিকিবা
সিমানেই কম বুজিবা।
প্ৰস্থান নকৰাকৈ
ঈশ্বৰৰ আগমন হয়,
নোচোৱাকৈয়ে তেওঁ পোহৰ দেখা পায়,
একো নকৰাকৈয়ে সফল হয়।

পাদটীকা ঃ যিমানেই তুমি শিকিবা সিমানেই কম বুজিবা — আচল অৰ্থত আমি সম্পূৰ্ণ নিজকে নজনালৈকে আনক বুজাটো সম্ভৱ নহয়।

(৪৮)

জ্ঞানৰ অনুসৰণ কৰিলে
প্ৰতিদিনেই কিবা এটা যোগ হয়,
তাওৰ চৰ্চা কৰিলে
প্ৰতিদিনে কিবা এটা এৰিব লগা হয়।

কৰ্মহীন অৱস্থা নোপোৱালৈকে
বস্তুবোৰৰ ওপৰত তোমাৰ প্ৰভাৱ
অৱশেষত ক্ৰমান্বয়ে তুমি
কমাই আনিব লাগিব।

যেতিয়া একো কৰা নহয়
একো কাম নোহোৱালৈকে নাথাকে।
সকলো বস্তুকে নিজৰ মতে এৰি দিলে
প্ৰকৃত নিপুণতা লাভ কৰিব পাৰি।
হস্তক্ষেপৰ দ্বাৰা সেইটো পাব নোৱাৰি।

পাদটীকা ঃ তাওৰ চৰ্চা কৰিলে প্ৰতিদিনে কিবা এটা এৰিব লগা হয় — স্বাভাৱিক কথা যে তাওৰ চিন্তা অহৰহ অন্তৰত যদি জাগে, জাগতিক বিষয় বস্তুৰ প্ৰতি আমাৰ আকৰ্ষণ কমে অৰ্থাৎ বৈৰাগ্য জন্মে। বৈৰাগ্য হ'লে ক্ৰমান্বয়ে আমি বিষয় পৰিত্যাগ কৰিব পাৰোঁ।

সকলো বস্তুকে নিজৰ মতে এৰি দিলে প্ৰকৃত নিপুণতা লাভ কৰিব পাৰি। — সঁচাকৈয়ে এইটো পাব পাৰি। আমি নিজৰ কোনো প্ৰভাৱ নখটুৱাই বস্তুবোৰক নিজৰ মতে এৰি দিলে স্বয়ং সম্পূৰ্ণ হৈ উঠিব। উদাহৰণস্বৰূপে, প্ৰতিপালন কৰিবলৈ গৈ গছৰ পুলি এটাৰ গুৰি আমি অনবৰতে হোৱাই নোহোৱাই খুচৰি থাকিলে পুলিটোৰ স্বাভাৱিক বৃদ্ধিৰ গতি হ্ৰাস পাব। তেনেকৈ উৰি ফুৰা চৰাই এটা সজাত বন্দী কৰি ৰাখিলে চৰাইটোৰ স্বাভাৱিক উৰণ প্ৰক্ৰিয়া বন্ধ হৈ যাব।



(৪৯)

মন বুলি ঈশ্বৰৰ নিজৰ একো নাই,
মানুহৰ মনলৈয়ে তেওঁ কাম কৰে।

ভাল মানুহৰ লগত তেওঁ ভাল।
বেয়া মানুহৰ লগতো তেওঁ ভাল।
এইটোৱেই হ'ল প্ৰকৃত মহত্ব।

বিশ্বাসযোগ্য সকলক তেওঁ বিশ্বাস কৰে।
বিশ্বাসযোগ্য নোহোৱা সকলকো তেওঁ বিশ্বাস কৰে।
এইটোৱেই হ'ল প্ৰকৃত বিশ্বাস।

মহাকাশৰ দৰে ঈশ্বৰৰ মনটো।
মানুহে তেওঁক বুজি নাপায়।
মানুহবোৰে তেওঁলৈ চায় আৰু অপেক্ষা কৰে।
নিজৰ সন্তানৰ দৰে
ঈশ্বৰে তেওঁলোকক ব্যৱহাৰ কৰে।

পাদটীকা ঃ মন বুলি ঈশ্বৰৰ নিজৰ একো নাই — তেওঁৰ প্ৰচণ্ড ইচ্ছাশক্তি আৰু চৰিত্ৰ আছে, কিন্তু তেওঁ দুৰ্ভেদ্য নহয়, অৰ্থাৎ তেওঁৰ ভিতৰত প্ৰৱেশ কৰিব পাৰি। মানুহৰ কঠোৰ চিন্তা, কামনা-বাসনাৰ লগত তুলনা কৰিলে তেওঁৰ মন ইমানেই সূক্ষ্ম যে ই এক বিমল, পবিত্ৰ শূন্যতাহে।

বিশ্বাসযোগ্য নোহোৱা সকলকো তেওঁ বিশ্বাস কৰে — যেনেকৈ নিয়ম ভঙ্গকাৰী সন্তানকো পিতৃ-মাতৃয়ে বিশ্বাস কৰে। পিতৃ-মাতৃ অকপট হ'লে ল'ৰা-ছোৱালীও তেনে হ'ব।

(৫০)

সময়ে যিহকে আনে
গুৰুজনে তাৰ স'তে মিলি যায়।
তেওঁ জানে যে তেওঁ মৰিব
ধৰি থাকিবলৈ তেওঁৰ আৰু একো নাই।

তেওঁৰ মনত কোনো ভ্ৰম নাই
শৰীৰত প্ৰতিৰোধৰ কোনো ক্ষমতা নাই।
তেওঁ নিজৰ কৰ্মৰ বিষয়ে নাভাবে
সেইবোৰ তেওঁৰ অন্তঃস্থলৰ পৰা নিগৰি আহে।

জীৱনৰ পৰা তেওঁ একো নিবিচাৰে,
সেইবাবে, এটা ভালদিনৰ কামৰ শেষত
শুবলৈ সাজু হোৱা এজন মানুহৰ দৰে
মৃত্যুৰ বাবে তেওঁ সাজু।

পাদটীকা ঃ 'দাও -দে-জিঙ' ৰ ইংৰাজী অনুবাদক ষ্টিফেন্ মিচ্ছেলে মূল পুথিৰ পৰা আহৰণ কৰা ভাব এনেধৰণৰ — 'অহাটোৱেই জীৱন আৰু যোৱাটোৱেই মৃত্যু। দহৰ ভিতৰত তিনি জীৱনৰ সঙ্গী, দহৰ ভিতৰত তিনি মৃত্যুৰ সঙ্গী। আৰু দহৰ ভিতৰত তিনিয়েই জীৱনৰ পৰা মৃত্যুৰ স্থানলৈ গতি কৰে। মই শুনিছোঁ যে যিজনে তেওঁৰ জীৱনটোক সুৰক্ষা দিব জানে তেওঁ ভ্ৰমণৰ বাটত গঁড়, বাঘ একোকে লগ নাপায় আৰু যুদ্ধ ক্ষেত্ৰত প্ৰৱেশ কৰিলেও তেওঁক তৰোৱালে স্পৰ্শ কৰিব নোৱাৰে। গঁড়টোৱে তেওঁক খুচিবলৈ ঠাই নাপায়, বাঘটোৱে দাঁত বহুৱাবলৈ তেওঁৰ গাত ঠাই নাই আৰু সৈন্য এজনে তৰোৱাল হানিবলৈ তেওঁৰ গাত ঠাই বিচাৰি নাপায়। এইটো কিয় হয়? কাৰণ, তেওঁত মৃত্যুৰ স্থান নাই।'

(দহ অৰ্থাৎ — দেহ, মন, বুদ্ধি, প্ৰাণ, অহঙ্কাৰ আৰু পঞ্চন্মাত্ৰ। ইয়াৰ তিনিটা — দেহ, প্ৰাণ, মন) ধৰি থাকিবলৈ তেওঁৰ একো নাই — জেন গুৰু চেউং চানৰ মন্তব্য এনেধৰণৰ —

"শুদা হাতে আহিছোঁ
শুদা হাতে যাম।
তোমাৰ আদিম মুখখননো কি?
জোনটোৱে সকলোতে পোহৰ বিলাইছে।"



(৫১)

বিশ্বব্ৰহ্মাণ্ডৰ সকলো বস্তুৱেই
তাওৰ একো একোটি প্ৰকাশ।
অচেতন, সম্পূৰ্ণ আৰু
এটা মুক্ত শৰীৰ ৰূপ লৈ ই জন্ম লভে
আৰু পাৰিপাৰ্শ্বিক অৱস্থাই
ইয়াক সম্পূৰ্ণ কৰে।
সেইবাবে স্বতঃস্ফূৰ্তভাৱে
প্ৰত্যেকেই তাওক সন্মান কৰে।

তাওৱেই সকলোকে জন্ম দিয়ে
পৰিপুষ্টি প্ৰদান কৰে,
তত্ত্বাৱধান লয়,
যত্ন লয়, সুখ দিয়ে, ৰক্ষা কৰে
আকৌ তেওঁৰ নিজৰ ওচৰলৈ
ঘূৰাই লৈ যায়।
তেওঁ অধিকাৰ নোহোৱাকৈ সৃষ্টি কৰে
ফলাকাঙ্ক্ষা নকৰি কাম কৰে
কোনো হস্তক্ষেপ নকৰাকৈ নেতৃত্ব দিয়ে।
সেইবাবেই তাওৰ প্ৰেম
প্ৰকৃতিৰ স্বভাৱত ব্যাপ্ত হৈ থাকে।

পাদটীকা ঃ সেইবাবে স্বতঃস্ফূৰ্তভাৱে প্ৰত্যেকেই তাওক সন্মান কৰে — তাওক সন্মান কৰা মানে বস্তু বা পদাৰ্থবোৰ যেনেকৈয়ে নাথাকক — তেনে অৱস্থাক সন্মান জনোৱাটো। এই সম্পৰ্কে ভাল জাপানী সাধু এটা আছে —

বহু বছৰ আগতে চুনু নামৰ তিৰোতা এগৰাকী এখন গাঁৱত বাস কৰিছিল। তেওঁ ইমান দয়ালু আৰু পবিত্ৰ অন্তৰৰ আছিল যে তেওঁৰ নাম বহু দূৰলৈকে বিয়পি পৰিছিল আৰু সকলোৱে তেওঁক সন্মান কৰিছিল। তেওঁৰ দৰেই বৌদ্ধ ধৰ্মীয় লোক এজনে বহুদূৰ বাটকুৰি বাই আহি পবিত্ৰ অন্তৰৰ দয়ালু মহিলা গৰাকীক সুধিলে, "অন্তৰত শান্তি পাবলৈ মই কি কৰিব লাগিব?" তিৰোতা গৰাকীয়ে ক'লে, "প্ৰতিটো পুৱা আৰু গধূলি, আৰু তোমাৰ কিবা অঘটন ঘটিলে এই কথাষাৰি উচ্চাৰণ

কৰিবা, "এই সকলোবোৰৰ বাবে ধন্যবাদ, মোৰ কাৰো প্ৰতি কোনো অভিযোগ নাই।"

মানুহজনে সম্পূৰ্ণ এটা বছৰ এনে কৰিলে। তথাপি তেওঁ অন্তৰত শান্তি নাপালে। পুনৰ তিৰোতা গৰাকীৰ ওচৰলৈ ঘূৰি আহি তেওঁ ক'লে, "আপুনি কোৱামতেই যোৱা এবছৰে মই প্ৰাৰ্থনা কৰিলোঁ, কিন্তু মোৰ জীৱনলৈ একো পৰিৱৰ্তন অহা নাই। এতিয়া মই কি কৰিম?"

চুনুৱে (তিৰোতাগৰাকী) লগে লগে ক'লে, "এই সকলোবোৰৰ বাবে ধন্যবাদ, মোৰ কাৰো প্ৰতি কোনো অভিযোগ নাই।"

চুনুৰ মুখত পুনৰ এই কথা শুনি মানুহজনৰ জ্ঞানৰ চকু মুকলি হ'ল আৰু আনন্দ মনেৰে ঘৰলৈ ঘূৰি গ'ল।

সাধুটোৰ জৰিয়তে ইয়াকে কোৱা হৈছে যে কেৱল মুখেৰে মন্ত্ৰ গালে বা প্ৰাৰ্থনা কৰিলেই নহ'ব, ইয়াৰ মৰ্মাৰ্থ হৃদয়ত উপলব্ধি কৰিব লাগিব, তেতিয়াহে প্ৰকৃত জ্ঞানৰ উদয় হ'ব।



(৫২)

আদিতে তাওৱেই আছিল
সকলো বস্তু এওঁৰ পৰাই জন্ম,
সকলো তেওঁৰ ওচৰলৈকে ঘূৰি যায়।

মূল উৎসটো পাবলৈ
অভিব্যক্ত সকলো বস্তুৰ
পাছলৈ অনুসৰণ কৰিব লাগিব।
তুমি যেতিয়া সন্তানবোৰক চিনি পোৱা
আৰু মাতৃগৰাকীক বিচাৰি পোৱা
তুমি দুখ-বেজাৰৰ পৰা মুক্ত হ'বা।

বিচাৰ কৰোঁতে মনটো যদি আবদ্ধ কৰি ৰাখা
আৰু কামনাৰ স'তে বেহা কৰা
তোমাৰ হৃদয় তিক্ত হ'ব।
তুমি যদি বিচাৰত মনোনিৱেশ নকৰা
আৰু ইন্দ্ৰিয়ৰ দ্বাৰা পৰিচালিত নোহোৱা অন্তৰত শান্তি পাবা।
আন্ধাৰৰ ভিতৰলৈ চোৱাটো স্বচ্ছতা।
পৰাজয় স্বীকাৰ কৰিব জনাটো শক্তি।
নিজৰ জ্যোতি কামত লগোৱা
আৰু জ্যোতিৰ উৎসলৈ ঘূৰি যোৱা।
ইয়াক অসীমৰ অভ্যাস বুলি কয়।

পাদটীকা ঃ মূল উৎসটো পাবলৈ অভিব্যক্ত সকলো বস্তুৰ পাছলৈ অনুসৰণ কৰিব লাগে — অৰ্থাৎ আমি নিজে আৰু দৃশ্যমান পৃথিৱীৰ এই সমস্ত বস্তু ক'ৰপৰা সৃষ্টি হৈছে সেইটো জানিবলৈ অনাদি অনন্ত সেই মূল বস্তুটিৰ অনুসন্ধানত আমাৰ হৃদয় মনক ব্ৰতী কৰোৱাব লাগিব। ভাৰতীয় দৰ্শন, উপনিষদৰ 'ব্ৰহ্মচিন্তা'ৰ কথাটো এই ক্ষেত্ৰত প্ৰযোজ্য।

(৫৩)

মহৎ পথটো সহজ,
তথাপি মানুহে কাষৰ পথবোৰহে বাছি লয়।
বস্তুবোৰৰ যেতিয়া ভাৰসাম্যহীন অৱস্থা হয়
সাৱধান হ'বা।
তাওৰ ভিতৰত কেন্দ্রীভূত হৈ থাকা।

যেতিয়া ধনী বিনিয়োগকাৰীসকলে
সমৃদ্ধি লাভ কৰে তেতিয়া
খেতিয়ক সকলে তেওঁলোকৰ ভূমি হেৰুৱায়।
ঔষধৰ পৰিৱৰ্তে যেতিয়া
চৰকাৰৰ কৰ্মকৰ্তাসকলে
অস্ত্র ক্রয় কৰাত অৰ্থ ব্যয় কৰে,
যেতিয়া উচ্চ শ্ৰেণীটো বেছি খৰচী
আৰু দায়িত্বজ্ঞানহীন হয়,
তেতিয়া দৰিদ্ৰ সকলৰ
কোনো উপায় নথকা হয়।
এইবোৰেই হ'ল — ডকাইতি আৰু অৰাজকতা।
এইটো তাওৰ লগত সম্পৰ্কহীন অৱস্থা।

পাদটীকা ঃ মহৎ পথটো সহজ। 'জেন গুৰু চেন্ শ্বানৰ মতে — যদি তুমি ভাল আৰু বেয়া একোতে লাগি নথকা মহৎ বাটটো তেনেই সহজ, কেৱল তোমাৰ পচন্দৰ বুলি একো থাকিব নালাগিব। সকলো তেতিয়া স্বচ্ছ আৰু পৰিষ্কাৰ দেখিবা।



(৫৪)

তাওৰ মাজত যি থিতাপি লৈছে
তেওঁক কোনেও লৰাব নোৱাৰে।
তাওক যিজনে আঁকোৱালি লৈছে
তেওঁ কেতিয়াও পিছলি নপৰে।
বংশানুক্রমে তাওৰ নাম
সসন্মানে অটুট থাকিব।

তোমাৰ জীৱনত তাওক বিদ্যমান হ'বলৈ দিয়া,
তুমি পৱিত্ৰ হ'বা।
তোমাৰ পৰিয়ালৰ মাজত
তাওক বিদ্যমান হ'বলৈ দিয়া
তোমাৰ পৰিয়াল সৌভাগ্যশালী হ'ব।
তোমাৰ দেশত তাওক থাকিবলৈ দিয়া
পৃথিৱীৰ সকলো দেশৰ বাবে
তোমাৰ দেশ এক আদৰ্শ হ'ব।
বিশ্বৰ মাজত তাওক থাকিবলৈ দিয়া
সমগ্ৰ বিশ্ব সঙ্গীতময় হ'ব।

মই এই কথা সঁচা বুলি কেনেকৈ জানো?
মোৰ নিজৰ অন্তৰ্দৃষ্টিৰ দ্বাৰা।

পাদটীকা ঃ তুমি পৱিত্ৰ হ'বা — পৱিত্ৰ অৰ্থাৎ ইয়াত মুক্ত হৃদয়, স্পষ্টবাদিতা। আত্মৰক্ষাৰ চেষ্টা তেওঁৰ নাই, আনকো সুৰক্ষা দিবলৈ নাই। লুকুৱাবলৈ তেওঁৰ একো নাই।

(৫৫)

তাওৰ সৈতে যিজন মিলি থাকে
তেওঁ নৱজাতক শিশুৰ দৰে।
হাড়বোৰ কোমল, পেশী দুৰ্বল
কিন্তু হাতৰ মুঠি শক্তিশালী।

শিশুটিয়ে স্ত্ৰী-পুৰুষৰ
সঙ্গমৰ কথা নাজানে,
তথাপি জীৱনী-শক্তি ইয়াৰ ইমান প্ৰখৰ যে
ইয়াৰ গুপ্তাঙ্গ কঠিন হৈ থিয় হয়।
শিশুটোয়ে মূৰ লৰাই
গোটেই দিন কান্দিব পাৰে
তথাপি কান্দোন কেতিয়াও কৰ্কশ নহয়,
ইমানেই ই সংহত হৈ থাকে।
ঈশ্বৰৰ ক্ষমতা এনেকুৱাই।
কামনাহীনভাৱে আৰু অনায়াসে
তেওঁ সকলো বস্তুকে আহিবলৈ আৰু যাবলৈ দিয়ে।
ফলাকাঙ্ক্ষা তেওঁ নকৰে
সেইবাবে কোনো কালে তেওঁ নিৰাশ নহয়।
কোনোকালে তেওঁ নিৰাশ নহয়,
এনেদৰে তেওঁৰ আত্মা
কেতিয়াও পুৰণি হৈ নাযায়।

**পাদটীকা ঃ** তাওৰ সৈতে যিজন মিলি থাকে
তেওঁ নৱজাতক শিশুৰ দৰে।

নৱজাতক শিশু এটিয়ে গোটেই দিনটো কান্দি থাকিলেও তাৰ স্বৰ বিকৃতি নঘটে। হাতৰ মুঠি দুটা ওৰে দিনটো টান কৰি ৰাখিলেও জড়তা নাহে। অৱসাদ নহাকৈ গোটেই দিন চকুৰে থৰ লাগি চাই থাকিব পাৰে। কোনো দুখ-বেজাৰ নোহোৱাকৈ, নভবাকৈ, নিজে কি সেইটোও নজনাকৈ শিশুটিয়ে নিজৰ ক্ৰিয়া কৰ্ম কৰি থাকে অতি স্বাভাৱিকভাৱে। ক'ত কি ঘটিছে সি নাজানে। তাৰ জনাৰ আৱশ্যকো নাই।



তাওৰ লগত একাত্ম হৈ থাকিলে এজন ব্যক্তি শিশুৰ দৰে সৰল আৰু নিষ্পাপ হৈ থাকে।

ঈশ্বৰৰ ক্ষমতা এনেকুৱাই — অৰ্থাৎ তেওঁৰ ক্ষমতা অনন্ত। আৰু অনন্তক জানিবলৈ বা বুজিবলৈ অন্তৰ্দৃষ্টি লাগিব। মনেৰে প্ৰাণশক্তিক দমন কৰিবলৈ যোৱা মানেই শান্তি ভঙ্গ কৰা। শান্তি ভঙ্গ হ'লেই বস্তুবোৰ ক্ষয়প্ৰাপ্ত হয়। এইটো হ'ল 'তাওহীন' অৱস্থা। 'তাওহীন' অৱস্থাপ্ৰাপ্ত হ'লেই শেষ বা লয় হয়।

(৫৬)

যি সকলে জানে, কথা নকয়
যি সকলে কথা কয় নাজানে।

তোমাৰ মুখ বন্ধ ৰাখা,
ইন্দ্ৰিয়ৰ অনুভূতি ৰোধ কৰা,
তীক্ষ্ণতা ভোটা কৰা,
গাঁঠিবোৰ খুলি দিয়া
দৃষ্টি কোমল কৰা,
মলিবোৰ আঁতৰোৱা।
এইটোৱেই হ'ল আদিম পৰিচয়।

তাঁওৰ দৰে হোৱা।
উপকাৰ বা অপকাৰ
সন্মান বা অপযশ
এইবোৰ তাঁওৰ ওচৰ চাপিব নোৱাৰে
অথচ আঁতৰি যাবও নোৱাৰে।
তেওঁ নিজে নিৰৱচ্ছিন্নভাৱে ত্যাগ কৰে,
সেইবাবেই সকলো তেওঁ সহিব পাৰে।

পাদটীকা ঃ যিসকলে জানে, কথা নকয়
যিসকলে কথা কয় নাজানে।

নিজৰ কথা প্ৰমাণ কৰিবলৈ বা নিজকে জাহিৰ কৰিবলৈ বা কথা ক'ব লাগে বাবেই কথা কোৱাটো অজ্ঞতাৰ চিন। জ্ঞানীজনে কেৱল প্ৰয়োজন হ'লেহে আৰু উচিত বুলি বিবেচনা কৰিলেহে যথাযথভাৱে কথা কয়। 'যি সকলে কথা কয় নাজানে' বোলাৰ অৰ্থটো হ'ল তেওঁলোক অবিদ্যাজনিত অজ্ঞতাত ভুগি আছে।



(৫৭)

তুমি যদি এজন মহান নেতা হ'ব খুজিছা
তুমি নিশ্চয় তাওক অনুসৰণ কৰিবলৈ
শিকিব লাগিব।
দমনৰ চেষ্টা বন্ধ কৰা।
নিৰ্দিষ্ট আঁচনি আৰু ধাৰণা এৰি দিয়া,
জগতখনে নিজকে নিজে চম্ভালি ল'ব।

যিমানেই বেছি তুমি নিষেধ কৰিবা
মানুহবোৰ সিমান অসাধু হ'ব।
তোমাৰ যিমান অস্ত্ৰ বেছি হ'ব
মানুহবোৰ সিমান নিৰাপত্তাহীনতাত ভুগিব।
ৰাজ সাহায্য তুমি যিমানেই দিবা
মানুহবোৰৰ আত্মনিৰ্ভৰতা
সিমানেই কমিব।

গুৰুজনে সেইবাবেই কৈছেঃ
মই আইন বিসৰ্জন দিওঁ
মানুহবোৰ সাধু হয়।
মই অৰ্থনীতি পৰিহাৰ কৰো
মানুহ সমৃদ্ধিশালী হয়।
মই ধৰ্ম পৰিত্যাগ কৰো
আৰু মানুহবোৰ শান্তিত থাকে।

সৰ্বসাধাৰণৰ ভালৰ বাবে মই কামনা ত্যাগ কৰোঁ
আৰু ঘাঁহ-বনৰ দৰে সজগুণবোৰ
সাধাৰণ হৈ পৰে।

পাদটীকা ঃ জগতখনে নিজকে নিজে চম্ভালি ল'ব — অৰ্থাৎ প্ৰকৃতিয়ে সকলো বস্তু নিজৰ নিয়মানুসাৰে কৰে। মানুহৰ বিদ্যা বুদ্ধিৰ দ্বাৰা প্ৰকৃতি নিয়ন্ত্ৰিত নহয়।

(৫৮)

দেশ এখন যদি সহনশীলতাৰে শাসন কৰা হয়
মানুহবোৰ সুখী আৰু সাধু হয়।
দমন নীতিৰে দেশ এখন শাসন কৰিলে
মানুহবোৰ হতাশ আৰু চতুৰ হয়।
ক্ষমতাৰ হেঁপাহে যেতিয়া প্ৰভুত্ব লভে
আদৰ্শ উচ্চতৰ হ'লেও ফলাফল নিম্ন স্তৰৰ হয়।
মানুহবোৰক সুখী কৰিবলৈ চেষ্টা কৰা,
তুমি দুখৰ ক্ষেত্ৰহে ৰচনা কৰা হ'ব।
মানুহক সৎ কৰিবলৈ চেষ্টা কৰা
পাপৰ ভূমি ৰচনা কৰা হ'ব।

এক আদৰ্শ হৈ সেৱা আগবঢ়াই
তেওঁৰ ইচ্ছা কাকো আৰোপ নকৰাকৈ, —
ঈশ্বৰ এনেকৈয়ে সুখী।
তেওঁ জোঙা কিন্তু নিৰ্বিঘ্নে,
তেওঁ পোন কিন্তু লেহুকা,
দৃষ্টি উজ্জ্বল কিন্তু সৰল।

পাদটীকা ঃ ক্ষমতাৰ হেঁপাহত মানুহে ঐশ্বৰ্য আহৰণ কৰি যেতিয়া শ্ৰীবৃদ্ধি লাভ, লগে লগে তেওঁৰ বিপদো আছে। ক্ষমতাৰ হেঁপাহ বৃদ্ধিৰ সমান্তৰালভাৱে তেওঁৰ বিপদো ঘণীভূত হৈ আছে। উচ্চ আদৰ্শ থাকিলেও ক্ষমতাই তেওঁক বিপথে নি আদৰ্শভ্ৰষ্ট কৰোৱাব।

ঈশ্বৰে কিন্তু আদৰ্শ হৈ সকলোকে সেৱা আগবঢ়ায়, তেওঁ কাৰো ওপৰত একো আৰোপ নকৰে।



(৫৯)

দেশ এখন শাসন কৰিবৰ বাবে
পৰিমিতাচাৰতকৈ উত্তম পন্থা নাই।
নিজৰ ধাৰণাৰ পৰা মুক্ত হোৱাটো
এজন মধ্যপন্থীৰ চিন।
আকাশৰ দৰে উদাৰ
সূৰ্যৰ পোহৰৰ দৰে সৰ্বব্যাপী
পৰ্বতৰ দৰে অটল
বতাহত হালি পৰা এডাল গছৰ দৰে নমনীয়
সমুখত তেওঁৰ কোনো লক্ষ্য নাই।
জীৱনে তেওঁক দিয়া সকলো বস্তুকে
তেওঁ কামত লগায়।
তেওঁৰ বাবে অসম্ভৱ একো নাই।
কাৰণ তেওঁ সকলো ত্যাগ কৰিব পাৰে,
মানুহৰ মঙ্গলৰ বাবে তেওঁ
এগৰাকী মাতৃয়ে নিজৰ সন্তানক
যত্ন লোৱাৰ দৰে — যত্ন ল'ব পাৰে।

পাদটীকা ঃ দেশ এখন শাসন কৰিবলৈ পৰিমিত আচাৰতকৈ উত্তম পন্থা নাই।

পৃথিৱীৰ মানুহক শাসন কৰা আৰু স্বৰ্গত সেৱা আগবঢ়োৱা সকলোতে মধ্যম পন্থাতকৈ অন্য ভাল পন্থা নাই। মধ্যমপন্থীয়েহে সকলো সময়তে আগতীয়াকৈ সাজু হ'ব পাৰে। আগতীয়াকৈ সাজু হোৱাজনে মহান তাওৰ 'চ্যে' (te) অৰ্থাৎ শক্তিধৰ্ম আহৰণ কৰিব পাৰে। এনেদৰে যিজনে সকলো বাধা অতিক্ৰম কৰিব পাৰে তেওঁৰ সীমা নাথাকে।

(৬০)

ডাঙৰ দেশ এখন শাসন কৰাটো
সৰু মাছ এটা ভজাৰ নিচিনা।
বেছি খুচি থাকিলে তুমি ইয়াক নষ্ট কৰিবা।
তাওৰ মাজত (কেন্দ্ৰত) তোমাৰ দেশখন ৰাখা
অমঙ্গলৰ কোনো প্ৰভাৱ নাথাকিব।
অমঙ্গল যে নাই এনে কথা নহয়,
কিন্তু তুমি ইয়াৰ পৰা ওলাই আহিব পাৰিবা।
অমঙ্গলক একোৰে বাধা নিদিবা
ই নিজে নিজেই নাইকিয়া হ'ব।

পাদটীকা ঃ অমঙ্গল যে নাই এনে কথা নহয়।

কিন্তু তুমি ইয়াৰ পৰা ওলাই আহিব পাৰিবা —

অৰ্থাৎ তাওৰ আশ্ৰয় লোৱা, অমঙ্গলে একো কৰিব নোৱাৰে। তৰোৱাল এখন বতাহৰ মাজত ঘূৰালে কাৰো গাত আঘাত নালাগে। তেনেকৈ কাৰো একো অপকাৰ নহয়।



(৬১)

এখন দেশে যেতিয়া বৃহৎ শক্তি আহৰণ কৰে
জান-জুৰিৰ দৰে সকলো ইয়ালৈ ঢাপলি মেলে।
ই যিমানে শক্তিশালী হয়
সিমানে বিনয়ী হোৱাৰ আৱশ্যক হয়।
বিনম্ৰতা মানে তাওক বিশ্বাস কৰা,
এনে হ'লে প্ৰতিৰক্ষাৰ কেতিয়াও আৱশ্যক নহয়।
এখন মহৎ দেশ এজন মহৎ লোকৰ দৰে
মহৎ লোকে যেতিয়া ভুল কৰে, তেওঁ বুজি পায়,
ভুলটো বুজি পালে তেওঁ স্বীকাৰ কৰে।
স্বীকাৰ কৰি তেওঁ ভুলটো শুধৰায়।
ভুল আঙুলিয়াই দেখুওৱা সকলক তেওঁ
অতি দয়ালু শিক্ষকসকলৰ দৰে জ্ঞান কৰে।
শত্ৰুক তেওঁ নিজৰ গাৰ ছাঁটোৰ দৰে ভাবে।
তাওৰ ভিতৰত যদি এটা জাতি থাকে,
নিজৰ মানুহখিনিক যদি জাতিটোৱে পোষণ কৰে,
আৰু আনৰ কামত মূৰ নঘমায়,
তেনে জাতি পৃথিৱীৰ অন্য জাতিবোৰৰ বাবে
এগছি পোহৰৰ বন্তি হ'ব।

পাদটীকা ঃ ষ্টিফেন মিচ্ছেলে তেওঁ নিজৰ মন্তব্য দিছে এনেদৰে — এখন বৃহৎ দেশ এখন নদীৰ নামনি অংশৰ দৰে।

ই বিশ্বব্ৰহ্মাণ্ডৰ মিলন ক্ষেত্ৰৰ দৰে, ই প্ৰকৃতি। প্ৰকৃতিয়ে শান্তি আৰু সুস্থিৰতাৰে পুৰুষক জয় কৰে। শান্ত অৱস্থাৰে তেওঁ নিম্ন অৱস্থান গ্ৰহণ কৰে। তেনেদৰে এখন বৃহৎ দেশে নমনীয়তাৰে তলত অৱস্থান লৈ সৰু দেশ এখনক জয় কৰিব পাৰে। সৰু দেশ এখনেও নিম্ন অৱস্থানত থাকি ডাঙৰ দেশ এখন জয় কৰিব পাৰে। এখনে নিজকে তলৰ পৰ্যায়ত অৱস্থান কৰি জয় কৰে আৰু ইখনে স্বাভাৱিকভাৱেই তলত অৱস্থান গ্ৰহণ কৰি জয় কৰে।

(৬২)

তাও হ'ল বিশ্ব ব্ৰহ্মাণ্ডৰ কেন্দ্ৰ, ভাল মানুহৰ সম্পদ আৰু
বেয়া মানুহৰ আশ্ৰয়।
সুন্দৰ কথাৰে যশস্যা কিনিব পাৰি,
ভাল কামৰ দ্বাৰা সন্মান পাব পাৰি।
কিন্তু তাও হ'ল অমূল্য,
তেওঁক কোনেও পাব নোৱাৰে।
যেতিয়া এজন নতুন নেতা নিৰ্বাচন হয়
তোমাৰ ধনেৰে বা অভিজ্ঞতাৰে
তেওঁক সহায় আগ নবঢ়াবা।
ইয়াৰ পৰিবৰ্ত্তে
তেওঁক তাওৰ বিষয়ে শিকনি দিবা।
প্ৰাচীন গুৰুসকলে তাওক
উচ্চ সন্মান দিছিল কিয়?
কাৰণ, তাওৰ সৈতে একাত্ম হ'লে
তুমি বিচৰাটোকে পোৱা,
আৰু তুমি ভুল কৰিলে
তেওঁ তোমাক ক্ষমা কৰে।
এইবাবে সকলোৱে তেওঁক ভাল পায়।

পাদটীকা : তাও হ'ল বিশ্বব্ৰহ্মাণ্ডৰ কেন্দ্ৰ — তেওঁ সকলো ঠাইতেই আছে। সকলো ঠায়েই কেন্দ্ৰ।

ভাল মানুহৰ সম্পদ — অৰ্থাৎ যাদুকৰী মোনাটোৰ দৰে। ইচ্ছা কৰিলেই ইয়াৰ সম্পদ খৰচ কৰিব পাৰি, কিন্তু সম্পদৰ শেষ নহয়। বেয়া মানুহৰ আশ্ৰয় — ভাল বেয়াৰ বিচাৰ তেওঁ নকৰে। তেওঁ সকলোৰে আশ্ৰয়। তেওঁক কোনেও পাব নোৱাৰে — কাৰণ তেওঁ বুলি নিৰ্দিষ্ট এজন নাই। 'তেওঁ' যদি নায়েই, তেওঁক কেনেকৈ পাব? তেওঁক তাওৰ বিষয়ে শিকনি দিবা — (তেওঁ অৰ্থাৎ নতুন নেতাজনক) বৰঞ্চ নিশিকোৱাই ভাল। তেওঁ মাত্ৰ পৰিস্থিতিৰ ওপৰত যথাযথ সঁহাৰি দিয়ে। অন্যহাতেদি তেওঁৰ নিজৰ কৰিবলগীয়াখিনিৰ প্ৰতি মনোযোগ দিয়ে আৰু সকলো তাওৰ ওপৰত এৰি দিয়ে।



(৬৩)

নকৰাকৈ কাম সম্পন্ন কৰোঁ,
চেষ্টা নকৰাকৈ কাম কৰোঁ।
সৰুটোকে ডাঙৰ বুলি ভাবোঁ
আৰু অলপকে বহুত বুলি ভাবোঁ।

যেতিয়া সহজ হৈ থাকে
কঠিনৰ সন্মুখীন হোৱা,
সৰু সৰু কামৰ জৰিয়তে
ডাঙৰ কামটো সম্পন্ন কৰা।
গুৰুজনে কেতিয়াও ডাঙৰটো নিবিচাৰে,
সেইবাবে তেওঁ মহত্ত্ব লাভ কৰে।
সংকটৰ মাজত পৰিলে তেওঁ ৰয়
আৰু নিজকে তাৰ মাজত এৰি দিয়ে।
নিজৰ সুখত তেওঁ লাগি নাথাকে,
এইবাবে কোনো সমস্যাই
তেওঁৰ বাবে সমস্যা নহয়।

পাদটীকা : সংকটৰ মাজত পৰিলে তেওঁ ৰয় আৰু নিজকে তাৰ মাজত এৰি দিয়ে — অৰ্থাৎ সংকটৰ মাজত পৰিলে তেওঁ বিচলিত নহয় আৰু সংকটমোচন নোহোৱালৈকে নিৰুদ্বেগ চিত্তে তেওঁ ৰয়।

(৬৪)

যিটো দৃঢ়ভাৱে প্ৰতিষ্ঠিত
তাক সহজে প্ৰতিপাল কৰিব পাৰি।
নতুনটোক সহজে শুধৰাব পাৰি।
ঠুনুকা বস্তুটোক সহজে ভাঙিব পাৰি।
অতি ক্ষুদ্ৰ বস্তুক সহজে সিঁচিব পাৰি।
বিপদ উদ্ভৱ হোৱাৰ আগতেই বাধা দিবা
বস্তু অনাৰ আগতেই থানথিত লগাই
ক'ত থ'বা ঠিক কৰিবা।
সৰু গজালি এটাৰ পৰাই প্ৰকাণ্ড বৰ গছ হয়।
হাজাৰ মাইলৰ যাত্ৰাটো
ভৰিৰ তলৰ পৰাই আৰম্ভ হয়।
হুৰামুৰা কৰিলে তুমি বিফল হ'বা।
খামুচি ধৰিবলৈ চেষ্টা কৰিলে
তুমি বস্তু হেৰুৱাবা।
কামটো সম্পূৰ্ণ হক বুলি হেঁচা প্ৰয়োগ কৰিলে
হোৱা কামটোও তুমি নষ্ট কৰিবা।
নিজৰ গতিত বস্তুবোৰক এৰি দি
ঈশ্বৰে কৰ্ম কৰে।
সৃষ্টি আৰু লয় উভয়তে
তেওঁ শান্ত, সমাহিত হৈ থাকে।
তেওঁৰ একো নাই
সেইবাবে হেৰুৱাবলৈও একো নাই।
কামনাহীনতাই তেওঁৰ কামনা,
নিশিকিবলৈ তেওঁ শিকে।
তেওঁ কেৱল মানুহক সোঁৱৰাই দিয়ে যে
তেওঁলোক আচলতে কোন।
তাওৰ বাহিৰে কাৰো যত্ন তেওঁ নলয়
সেইবাবে সকলোৰে তেওঁ যত্ন ল'ব পাৰে।



পাদটীকা ঃ তাওৰ বাহিৰে কাৰো যত্ন তেওঁ নলয় — নিজৰ তিৰোতা, ল'ৰা-ছোৱালী, বন্ধু-বান্ধৱ ভাল নোপোৱা মানুহ নাই। কিন্তু তাওৰ লগত একাত্ম হৈ থকা জনে কাৰো যত্ন নোলোৱাকৈ থাকিব নোৱাৰে। সমস্ত অন্তঃকৰণেৰে, হৃদয়েৰে শক্তিৰে তাওক ভাল পাব পাৰিলে জগতৰ সমস্ত বস্তুকেই ভাল পাব পাৰি।

(৬৫)

প্ৰাচীন গুৰুসকলে মানুহক
শিক্ষিত কৰিবলৈ চেষ্টা কৰা নাছিল।
কিন্তু তেওঁলোকক নজনাকৈ থাকিবলৈ
মৰমেৰে শিকাইছিল।

উত্তৰবোৰ যেতিয়া জানো বুলি ভাবে
মানুহক পথ দেখুওৱাটো টান।
যেতিয়া তেওঁলোকে নাজানো বুলি বুজি পায়,
নিজেই নিজৰ পথ বিচাৰি পায়।

কেনেকৈ শাসন কৰিব লাগে
সেইটো যদি শিকিব বিচাৰিছোঁ
চতুৰ আৰু ধনী হ'বলৈ এৰা।

আটাইতকৈ সৰল চানেকীটো স্বচ্ছ।
তুমি সাধাৰণ জীৱন এটাতে সুখী হৈ
সকলো মানুহকে নিজৰ প্ৰকৃত স্বভাৱলৈ
প্ৰত্যাৱৰ্তনৰ পথ দেখুৱাব পাৰা।

পাদটীকা ঃ তেওঁলোকক নজনাকৈ থাকিবলৈ
মৰমেৰে শিকাইছিল।

প্ৰাচীন গুৰুসকলে অজ্ঞ মন অৰ্থাৎ একো নজনা মনটো যিটো সদায়ে মুক্ত, সজীৱ, উৰ্বৰ আৰু সম্ভাৱনাপূৰ্ণ সেইটোৰ বিষয়েহে শিকাইছিল।



(৬৬)

সকলো জুৰি সাগৰলৈ বয়
কাৰণ, সাগৰ ইহঁততকৈ তলত থাকে।
বিনম্ৰতাই ইয়াক এই শক্তি দিয়ে।

মানুহক যদি তুমি শাসন কৰিবলৈ খোজা
তুমি নিশ্চয় নিজকে তেওঁলোকৰ তলত ৰাখিব লাগিব।
যদি মানুহক তুমি নেতৃত্ব দিব খুজিছা
তেওঁলোকক অনুসৰণ কেনেকৈ কৰিব লাগে
নিশ্চয় তুমি শিকিব লাগিব।

ঈশ্বৰ সকলোৰে উৰ্ধত
তেওঁৰ তলত কোনেও নিষ্পেষিত হৈছো বুলি
অনুভৱ নকৰে।
তেওঁ মানুহৰ আগত যায়
কোনেও তেওঁ কৌশল কৰিছে বুলি নাভাবে।
সমগ্ৰ পৃথিৱী তেওঁৰ প্ৰতি কৃতজ্ঞ
কাৰণ, তেওঁ কাৰো সৈতে প্ৰতিদ্বন্দ্বিতা নকৰে।
কোনেও তেওঁৰ সৈতে প্ৰতিদ্বন্দ্বিতা কৰিব নোৱাৰে।

পাদটীকা ঃ ঈশ্বৰ সকলোৰে উৰ্ধত — ঈশ্বৰে আনতকৈ নিজকে ডাঙৰ বুলি নাভাবে। উচ্চ স্থানৰ পৰা তেওঁ আৰু বেছি দেখিবলৈ পায়। সেই স্থানৰ পৰা তেওঁ সকলোকে সমান দেখে।

সমগ্ৰ জগত তেওঁৰ প্ৰতি কৃতজ্ঞ — আনকি যিসকল অকৃতজ্ঞ তেওঁলোকো তেওঁৰ প্ৰতি কৃতজ্ঞ।

কোনেও তেওঁৰ সৈতে প্ৰতিদ্বন্দ্বিতা কৰিব নোৱাৰে — তেওঁ নিজকে আনতকৈ ডাঙৰ বুলি নাভাবে। গতিকে তেওঁৰ লগত প্ৰতিদ্বন্দ্বিতাৰ কথাই নুঠে।

(৬৭)

মই শিকোৱা কথা কোনোবাই অৰ্থহীন বুলি কয়,
অন্য কিছুমানে ইয়াক উচ্চাদৰ্শৰ
অথচ কামত নহা বুলি কয়।
কিন্তু যি সকলে নিজৰ অন্তঃস্থলীলৈ দৃষ্টি দিছে
তেওঁলোকৰ বাবে এই অৰ্থহীনতাই
সম্পূৰ্ণ অৰ্থ প্ৰকাশ কৰে।
আৰু যি সকলে ইয়াক অনুশীলন কৰে
এই উচ্চাদৰ্শ মূলৰূপে গভীৰতাত প্ৰৱেশ কৰে।

মোৰ মাত্ৰ তিনিটা কথা শিকাবলৈ আছে;
সৰলতা, ধৈৰ্য আৰু সহমৰ্মিতা।
এই তিনিটাই তোমাৰ মহৎ ঐশ্বৰ্য্য।
সৰল কৰ্ম আৰু চিন্তাৰ দ্বাৰা
তোমাৰ নিজৰ অস্তিত্বলৈ ঘূৰি আহিব পাৰা।
শত্ৰু-মিত্ৰ উভয়ৰ লগত
ধৈৰ্যৰ জৰিয়তে সহজে মিলি যাব পাৰা
নিজৰ প্ৰতি সহমৰ্মিতাৰ দ্বাৰা
পৃথিৱীৰ সকলোৰে লগত মিলিব পাৰা।

পাদটীকা ঃ ষ্টিফেন মিচ্ছলে পংক্তিৰ টোকাত এনেদৰে কৈছে ঃ- মোৰ তিনিটা সম্পদ আছে যাক মই সুৰক্ষা দি সাঁচি ৰাখিছোঁ। ইয়াৰ প্ৰথমটো সম্পদ হ'ল সহানুভূতি বা অনুকম্পা, দ্বিতীয়টো হ'ল মিতব্যয়িতা আৰু তৃতীয়টো হ'ল পৃথিৱীত প্ৰথম হ'বলৈ দুঃসাহস নকৰাটো। যাৰ অনুকম্পা বা সহানুভূতি আছে তেওঁ সাহসী, যি মিতব্যয়ী তেওঁ উদাৰ। যি জনে পৃথিৱীৰ ভিতৰতে প্ৰথম হ'বলৈ দুঃসাহস নকৰে তেওঁ পৃথিৱীৰ নেতৃত্ব দিব পৰা লোক হ'ব পাৰে।

কিন্তু সহানুভূতিশীল নোহোৱাকৈ সাহসী হোৱাটো, মিতব্যয়ী নোহোৱাকৈ প্ৰখ্যাত হোৱাটো মাৰাত্মক আৰু বিপদজনক।

যুদ্ধত সহানুভূতি প্ৰদৰ্শন কৰা জনেই জয়ী হয়। প্ৰতিৰক্ষাত যি জন সহানুভূতিশীল হয় তেওঁ অটল হৈ থাকে। সহানুভূতিশীল সকলক ঈশ্বৰে সহায় কৰে আৰু সুৰক্ষা দিয়ে।



(৬৮)

উৎকৃষ্ট খেলুৱৈজনে
তেওঁৰ প্ৰতিযোগী জনক উৎকৃষ্ট হোৱাটো বিচাৰে।
উৎকৃষ্ট সেনাধ্যক্ষজনে
তেওঁৰ শত্ৰুৰ অন্তৰত প্ৰৱেশ কৰে।
উৎকৃষ্ট ব্যৱসায়ীজনে
সমাজৰ ভালৰ বাবে সেৱা আগবঢ়ায়।
সৰ্বোৎকৃষ্ট নেতাজনে
জনতাৰ ইচ্ছাক অনুসৰণ কৰে।
এই সকলোৱেই প্ৰতিযোগিতাহীন সাধুতাৰ লগত মিলি থাকে।
তেওঁলোকে প্ৰতিযোগিতা ভাল নোপোৱা নহয়;
কিন্তু খেলাৰ প্ৰতি থকা উদ্যমৰ বাবেহে ভাল পায়।
এই ক্ষেত্ৰত তেওঁলোক সৰু ল'ৰা-ছোৱালীৰ দৰে
তাওৰ সৈতে সংহত হৈ থাকে।

পাদটীকা ঃ ষ্টিফেন মিচ্ছেলৰ ব্যাখ্যা এনেধৰণৰ ঃ

এজন পৈণত কৰ্মচাৰী বিবাদপ্ৰিয় নহয়। এজন পৈণত বিজেতা প্ৰতিযোগিতাপ্ৰিয় নহয়। পৈণত নিয়োগকৰ্তাজনে নিজকে সদায় আনৰ তলত ৰাখে। ইয়াকে প্ৰতিযোগিতাৰ ক্ষমতা বা শক্তি (চ্যে, 'te') বোলা হয়। মানুহৰ সামৰ্থ্যক ব্যৱহাৰ কৰিব পৰা শক্তি ইয়েই। প্ৰাচীন কালৰ পৰা এইটোৱেই উৎকৃষ্ট পন্থা বুলি বিবেচিত হৈছে।

(৬৯)

সেনাধ্যক্ষসকলৰ এটা প্ৰবচন আছে ঃ
"প্ৰথমে আক্ৰমণ কৰাতকৈ
অপেক্ষা কৰা আৰু নিৰীক্ষণ কৰাটো উত্তম
এক ইঞ্চি আগবাঢ়ি যোৱাতকৈ
এগজ পিছুৱাই অহাটো বেছি ভাল।"
এইটোকে কয় আগনবঢ়াকৈ আগবাঢ়ি যোৱা,
অস্ত্ৰ প্ৰয়োগ নকৰাকৈ ঠেলি নিয়া।
তোমাৰ শত্ৰুক হীনবল বুলি ভবাতকৈ
ডাঙৰ দুৰ্ভাগ্য আৰু একো নাই।
শত্ৰুক হীনজ্ঞান কৰা মানে
শত্ৰুক বেয়া বুলি ভবা।
এনেকৈয়ে তুমি তোমাৰ তিনিটা ঐশ্বৰ্য্য ধ্বংস কৰা
আৰু নিজে নিজৰ শত্ৰু হোৱা।
যেতিয়া দুটা প্ৰচণ্ড শক্তি মুখামুখি হয়
সেও মানিব জনা শক্তিটোৰেই জয় হয়।

পাদটীকা ঃ শত্ৰুক হীনবল বুলি ভবাতকৈ ডাঙৰ দুৰ্ভাগ্য আৰু নাই – শত্ৰুক শত্ৰু বুলি ভবাটোও বিপজ্জনক। 'শত্ৰু'ৰ ঠাইত 'প্ৰতিপক্ষ' ব্যৱহাৰ কৰাই ভাল। উৎকৃষ্ট জনেই জয় লাভ কৰে।



(৭০)

মোৰ শিকনিবোৰ বুজিবলৈ উজু
আৰু অনুশীলন কৰিবলৈ সহজ।
তথাপি তোমাৰ বুদ্ধিৰে কেতিয়াও
ইয়াক আয়ত্বলৈ আনিব নোৱাৰা,
আৰু যদি অনুশীলন কৰিবলৈ চেষ্টা কৰা, বিফল হ'বা।
মোৰ শিকনিবোৰ পৃথিৱীতকৈ পুৰণি,
ইয়াৰ অৰ্থ তোমাৰ আয়ত্তলৈ কেনেকৈ আনিবা?
তুমি যদি মোক জানিব খুজিছা
নিজৰ হৃদয়ৰ ভিতৰলৈ চোৱা।

পাদটীকা ঃ অনুশীলন কৰিবলৈ সহজ – প্ৰকৃতিৰ নিয়ম মতেই সকলো অৱধাৰিতভাৱে হয়। বাধাহীনভাৱে ঘাঁহ-বনবোৰ, গছ-লতিকাবোৰ যেনেকৈ নিজে নিজে গজে আৰু বাঢ়ে তেনেকৈ মানুহৰ স্বভাৱ নিজে নিজে বাধাহীনভাৱে গঢ় লয়।

নিজৰ হৃদয়ৰ ভিতৰলৈ চোৱা – অবিচ্ছিন্নভাৱে চাই থাকা শুনি থাকা যেতিয়ালৈকে দৃশ্যবোৰ আৰু শব্দবোৰ অন্তৰ্হিত হৈ নেযায়।

(৭১)

নজনাটোৱেই হ'ল প্ৰকৃত জ্ঞান
জানো বুলি ভবাটো এটা ব্যাধি।
প্ৰথমতে তুমি ব্যাধিগ্ৰস্ত বুলি ভাবি লোৱা,
তেতিয়াহে তুমি স্বাস্থ্যৰ ফালে
গতি কৰিব পাৰিবা।
ঈশ্বৰ হ'ল নিজেই নিজৰ চিকিৎসক
সকলো জনাৰ ব্যাধি
তেওঁ নিজে নিৰাময় কৰিছে।
সেইবাবে, বাস্তৱিকতে তেওঁৱেই – এই সমস্ত।

পাদটীকা ঃ প্ৰথমতে তুমি ব্যাধিগ্ৰস্ত বুলি ভাবি লোৱা – নিজে জানো বুলি ভবাটো ব্যাধি। এইটো হ'ল অহঙ্কাৰ। 'মই' বুলি থকা অহংকাৰৰ পৰাই সকলো অবিদ্যাৰ (অজ্ঞানতা) গ্ৰাসত আমি পৰো। আচল সত্যটো আমি দেখা নাপাওঁ, আমি নাজানো। সকলো জানো বুলি ভবাটো ব্যাধিৰ নিচিনা। এই ব্যাধিৰ পৰা পৰিত্ৰাণ পাবলৈ অহঙ্কাৰ শূন্য হ'ব লাগিব।



(৭২)

ভয়ৰ অনুভৱ যেতিয়া নাইকিয়া হয়
মানুহে ধৰ্মলৈ প্ৰত্যাবৰ্তন কৰে।
যেতিয়া তেওঁলোকে নিজৰ ওপৰত বিশ্বাস হেৰুৱায়
তেতিয়া তেওঁলোকে আনৰ কৰ্তৃত্বৰ ওপৰত
নিৰ্ভৰ কৰিবলৈ আৰম্ভ কৰে।
মানুহে যাতে বিভ্ৰান্ত হ'ব নোৱাৰে
তাৰ বাবে ঈশ্বৰ পিছুৱাই যায়।
মানুহৰ যাতে একো শিকিবলৈ নেথাকে,
একো নিশিকোৱাকৈ তেওঁ শিকায়।

পাদটীকা ঃ মানুহ যাতে বিভ্ৰান্ত হ'ব নোৱাৰে তাৰ বাবে ঈশ্বৰে পিছুৱাই যায় — গুৰু এজনৰ দৰে তেওঁ কৰ্ম নকৰে,কাৰণ মানুহ তেওঁৰ ওপৰত নিৰ্ভৰশীল হোৱাটো আৰু আধ্যাত্মিকভাৱে অপৰিপক্ক হোৱাটো তেওঁ নিবিচাৰে।

মানুহৰ যাতে একো শিকিবলৈ নেথাকে – অৰ্থাৎ মানুহে নিশিকাটোহে আৱশ্যক। কাৰণ, অন্তঃস্থলৰ পৰা উদ্ভূত স্বজ্ঞানে স্বাভাৱিকতে শিকাই যাব।

(৭৩)

তাও সদায় সহজ হৈ থাকে।
প্ৰতিযোগিতা নকৰাকৈয়ে তেওঁ জয় কৰে।
এটাও শব্দ নোকোৱাকৈ তেওঁ উত্তৰ দিয়ে,
তেওঁক নামাতিলেও নিজে আহে,
একো আঁচনি নোহোৱাকৈ কাম সম্পাদন কৰে।
সমস্ত ব্ৰহ্মাণ্ড তেওঁৰ জালেৰে ঢাকি আছে।
যদিও ইয়াৰ বিন্ধাবোৰ জলঙা
একো বস্তু ইয়াৰ মাজেদি সৰকিব নোৱাৰে।

পাদটীকা ঃ তাও সদায় সহজ হৈ থাকে — নিজে তেওঁ মুক্ত, সেইবাবে তেওঁ নিজে সহজ হৈ থাকে আৰু সকলোকে সহজ কৰি ৰাখে।



(৭৪)

সকলো বস্তুৰ পৰিৱৰ্তন হয় বুলি
যদি তুমি উপলব্ধি কৰা
কোনো বস্তুতে তুমি ধৰি থাকিবলৈ চেষ্টা নকৰা।
মৰিবলৈ যদি তোমাৰ ভয় নাই,
তুমি লাভ কৰিব নোৱৰা একো বস্তু নাই।

ভৱিষ্যতক নিজৰ অধীনলৈ অনাৰ চেষ্টা কৰাটো
নিপুণ কাঠমিস্ত্ৰীজনৰ ঠাই দখল কৰাৰ নিচিনা।
মিস্ত্ৰীজনৰ সঁজুলিবোৰ তুমি ব্যৱহাৰ কৰিলে
তোমাৰ হাত কটাৰ সম্ভাৱনা আছে।

পাদটীকা ঃ ভৱিষ্যতক নিজৰ অধীনলৈ অনাৰ চেষ্টা কৰাটো — অৰ্থাৎ কোনটো ভাল, কোনটো বেয়া, কোনটো সুবিধাজনক বা অপকাৰী — এই কথা নিজে জানো বুলি ভবাটো। হুৱাই নান্ জুৱে এই বিষয়ে কোৱা এটা সাধু এনেধৰণৰ —

এজন দুখীয়া খেতিয়কৰ ঘোঁৰাটো বৰ্বৰ জাতিয়ে বাস কৰা ওচৰৰ এখন দেশত সোমালগৈ। ওচৰৰ গাঁৱৰ মানুহবোৰে এই কথা জানি দুখ প্ৰকাশ কৰিলে। কিন্তু ঘোঁৰাৰ গৰাকী দুখীয়া খেতিয়কজনৰ পিতাকে ক'লে, "এইটো সৌভাগ্যৰ কথা নহয় বুলি কেনেকৈ জানিলা ?"

কেইমাহমানৰ পিছত ঘোঁৰাটো বৰ্বৰসকলৰ ঘোঁৰী এজনীৰ সৈতে ঘূৰি আহিল। গাঁৱৰ মানুহবোৰে এনে হোৱা দেখি আনন্দ প্ৰকাশ কৰিলে। কিন্তু কৃষকজনৰ পিতাকে ক'লে, " এইটো যে বিপদজনক কথা হোৱা নাই কেনেকৈ জানিবা ?"

ঘোঁৰা হালৰ পৰা পোৱালি জন্ম হ'ল। লাহে লাহে সংখ্যা বাঢ়িল আৰু খেতিয়কজনো সম্পত্তিশালী হ'ল। খেতিয়কজনে ঘোঁৰাৰ পিঠিত উঠি লৰা-ঢপৰা কৰিবলৈ ল'লে। এদিন ঘোঁৰাৰ পিঠিৰ পৰা বাগৰি পৰি খেতিয়ক জনৰ কঁকালৰ হাড় ভাগিল। চুবুৰীয়া লোকসকলে হাঁয়ে-বিঁয়ে কৈ দুখ প্ৰকাশ কৰিলে। কিন্তু তেওঁৰ পিতাকে ক'লে, "এইটো সৌভাগ্যৰ কথা নহয় বুলি কেনেকৈ ক'বা ?"

এবছৰ পাছত বৰ্বৰ সকলে তেওঁলোকৰ দেশখন আক্ৰমণ কৰিলে। কৰ্মক্ষম সকলো ডেকা ল'ৰাকে তেওঁলোকে বন্দী কৰি লৈ গ'ল। দেশৰ দহভাগৰ ন-ভাগেই যুদ্ধত মৰিল। ঘোঁৰাৰ পৰা পৰি পঙ্গু হোৱা খেতিয়কজন একো অপকাৰ নোহোৱাকৈ বাচি থাকিল।

এনেদৰে সৌভাগ্যও কেতিয়াবা বিপদজনক হ'ব পাৰে। কোনে ক'ব পাৰে যে ঘটনাবোৰ নিজে ভবা ধৰণেৰে ঘটিব ?

*(৭৫)*

অতি বেছি কৰ লগালে
মানুহ ভোকত থাকে।
চৰকাৰে যেতিয়া অনাহক হস্তক্ষেপ কৰে
মানুহে উদ্যম হেৰুৱায়
মানুহৰ ভালৰ বাবে কাম কৰা।
তেওঁলোকক বিশ্বাস কৰা
আৰু অকলে থাকিবলৈ দিয়া।

**পাদটীকা ঃ** তেওঁলোকক বিশ্বাস কৰা আৰু অকলে থাকিবলৈ দিয়া — অৰ্থাৎ আনৰ ওপৰত নিৰ্ভৰ নকৰি আত্মনিৰ্ভৰশীল হ'বলৈ দিয়া।



*(৭৬)*

মানুহবোৰ জন্মতে কোমল আৰু লেহুকা,
মৰিলে টান আৰু জঠৰ।
গছবোৰে কোমল আৰু নমনীয় হৈ জন্মে,
মৰিলে শুকান আৰু ঠুনুকা।

যিয়েই জঠৰ আৰু অনমনীয়
সিয়েই মৃত্যুৰ অনুগামী।
যিয়েই কোমল আৰু লেহুকা
সিয়েই জীৱনৰ অনুগামী।
টান আৰু জঠৰ ভাঙি যাব।
কোমল আৰু লেহুকাটো বৰ্তি থাকিব।

**পাদটীকা ঃ** যিয়েই কোমল আৰু লেহুকা সিয়েই জীৱনৰ অনুগামী — জঠৰতা হ'ল মৃত্যুৰ আগজাননী। পাত-পত্ৰ নোহোৱা গছৰ শুকান ডালটো দেখিলে আমি জানো - ডালটো মৰিছে। ইয়াক টানি দিলে ভাগি থাকিব। পাতেৰে ভৰি থকা সজীৱ ডাল এটা টানিলে দোঁ খাই আহিব, নাভাগে। নমনীয়তা আৰু কোমলতা -জীৱনৰ লক্ষণ।

(৭৭)

জগতত কাম কৰোঁতে
তাও ভাঁজ লোৱা ধেনুখনৰ দৰে হয়।
ওপৰৰ মূৰটো তললৈ আৰু
তলৰ মূৰটো ওপৰলৈ ভাঁজ লয়।

সম্পূৰ্ণ ভাৰসাম্য ৰক্ষা কৰি
কম বেছি হ'লে, প্ৰয়োজন অনুসৰি
তেওঁ উপযোগী কৰি লয়।
বেছি থকাৰ পৰা আনি তেওঁ
পৰ্যাপ্ত নথকাক দিয়ে।

যিসকলে দমন কৰিবলৈ চেষ্টা কৰে,
ক্ষমতা ৰক্ষা কৰিবলৈ যিসকলে শক্তি প্ৰয়োগ কৰে,
তেওঁলোকে তাওৰ দিশৰ বিপৰীতে যায়।

তেওঁলোকে যথেষ্ট নথকা সকলৰ পৰা লয়
আৰু উদ্বৈনদী হৈ থকা সকলক দিয়ে।

ঈশ্বৰে অহৰহ দি থাকিব পাৰে
কাৰণ, তেওঁৰ সম্পদৰ শেষ নাই।
আকাংক্ষা নকৰাকৈ তেওঁ কৰ্ম কৰে,
যশস্যা নিবিচাৰি কৃতকাৰ্য হয়,
আৰু কেতিয়াও নাভাবে যে
তেওঁ আনতকৈ ভাল।

পাদটীকা ঃ কেতিয়াও নাভাবে যে তেওঁ আনতকৈ ভাল — কাৰণ, তেওঁ নিজে নিৰ্মল, স্বচ্ছ। আনতকৈ ভাল হোৱাৰ প্ৰতিযোগিতাত কেতিয়াও তেওঁ অৱতীৰ্ণ নহয়।



(৭৮)

পানীৰ দৰে নৰম আৰু সেওমনা বস্তু
পৃথিৱীত আৰু নাই।
তথাপি, টান আৰু অনমনীয় বস্তু গলোৱাত
ইয়াক একোৱে চেৰ পেলাব নোৱাৰে।
কোমলটোৱে টানটোক পৰাভূত কৰে,
নম্ৰজনে কঠোৰ জনক পৰাভূত কৰে।
এইটো সঁচা বুলি প্ৰত্যেকেই জানে,
কিন্তু খুব কমেইহে ইয়াক
কামত লগাব পাৰে।

বেজাৰৰ মাজতো সেইবাবে
ঈশ্বৰে শান্তিত থাকে।
বেয়াটো তেওঁৰ অন্তৰত প্ৰৱেশ কৰিব নোৱাৰে।
কাৰণ তেওঁ সহায় কৰিবলৈ এৰিলে
তেওঁৱেই মানুহৰ শ্ৰেষ্ঠতম সহায়।
সত্য কথাবোৰ সাঁথৰ যেন লাগে।

পাদটীকা ঃ তেওঁৱেই মানুহৰ শ্ৰেষ্ঠতম সহায় — তেওঁৰ মহত্তম সহায়টো হ'ল — সকলোকে তেওঁ আস্থা আৰু বিশ্বাসত লয় আৰু সকলোৱে নিজৰ নিজৰ সমস্যা সমাধানত অদৃশ্যভাৱে সহায় কৰে। তেওঁ বিশ্বপ্ৰেমিক।

সত্য কথাবোৰ সাঁথৰ যেন লাগে — অৰ্থাৎ মন যেতিয়া অসত্য চিন্তাভাৱনাৰে ভৰি থাকে, তেতিয়া আচল সত্যটো সাঁথৰ যেন অনুভৱ হয়।

(৭৯)

বিফলতা যেন এটা সুযোগ।
যদি তুমি কাৰোবাক দোষাৰোপ কৰা
দোষৰ কোনো অন্ত নহয়।

ঈশ্বৰে সেইবাবে
নিজৰ দায়বদ্ধতা নিজে সম্পূৰ্ণ কৰে
আৰু নিজৰ ভুলবোৰ শুধৰায়।
তেওঁৰ আৱশ্যক হোৱাটো তেওঁ কৰে
আৰু আনৰ পৰা একো নিবিচাৰে।

পাদটীকা ঃ যদি তুমি কাৰোবাক দোষাৰোপ কৰা দোষৰ কোনো অন্তনহয় — কন্‌ফুচিয়াচে কৈছিল যে এজন ধনুৰ্ধাৰীৰ নিজৰ নিপুণতা আৰু পৰিপক্কতা থাকে। যেতিয়া তেওঁ লক্ষ্য ভেদ কৰিব নোৱাৰে তেওঁ কাকো দোষাৰোপ নকৰে। ভুলটো ক'ত হ'ল তেওঁ নিজৰ ভিতৰতে বিচাৰি চায়।

আমি কিন্তু নিজে কৰা ভুলৰ বাবে আনক জগৰীয়া কৰোঁ, দোষাৰোপ কৰোঁ।



(৮০)

জ্ঞানীৰ দৰে যদি দেশ এখন শাসন কৰা হয়
দেশৰ জনতা সুখী হয়।
তেওঁলোকে হাতৰ শ্ৰম উপভোগ কৰে
আৰু শ্ৰম কমাবলৈ যন্ত্ৰ আৱিষ্কাৰ কৰি
সময় নষ্ট নকৰে।
যিহেতু তেওঁলোকে নিজৰ ঘৰখনক অতি ভালপায়
ভ্ৰমণত তেওঁলোকৰ আগ্ৰহ নাই।
মালগাড়ী আৰু নাও থাকিলেও
এওঁলোক ক'লৈকো নাযায়।
অস্ত্ৰৰ ভঁৰাল থাকিব পাৰে
কিন্তু এইবিলাক কোনেও ব্যৱহাৰ নকৰে।
মানুহবোৰে তেওঁলোকৰ আহাৰ উপভোগ কৰে,
পৰিয়ালৰ লগত থাকি আনন্দ পায়,
সপ্তাহৰ শেষৰ দিন তেওঁলোকৰ বাগিচাত
কাম কৰি কটায়।
চুবুৰীয়াৰ কামবোৰত আনন্দ লভে,
আৰু চুবুৰীয়া দেশখন ইমান ওচৰ যে
কুকুৰাৰ ডাক আৰু কুকুৰৰ ভুকনি শুনা যায়,
সেইবোৰ চাবলৈ নোযোৱাকৈয়ে
বুঢ়া হৈ মৰাটোতেই তেওঁলোক সুখী।

পাদটীকা ঃ চাবলৈ নোযোৱাকৈ বুঢ়া হৈ মৰাটোতেই সুখী — আত্মসন্তুষ্টি লাভ কৰি যি আত্মানন্দ লাভ কৰে তেওঁৰ বাবে বাহিৰত কি ঘটিছে চোৱাৰ আৱশ্যক নহয়। কাৰণ, নিজৰ অন্তৰ্জগততে বহিৰ্জগতৰ সকলো বস্তু তেওঁৰ বাবে প্ৰতিফলিত হয়। তেওঁ আৰু ক'লৈও যোৱাৰ আৱশ্যকতা অনুভৱ নকৰে। অনুসন্ধিৎসা তেওঁৰ থাকিলেও নিৰালম্ব হৈ থকাটোকে উচিত বুলি বিবেচনা কৰে।

(৮১)

সঁচা কথাবোৰ চাতুৰ্যপূৰ্ণ বক্তৃতা নহয়,
চাতুৰ্যপূৰ্ণ বক্তৃতা সঁচা নহয়।
জ্ঞানী মানুহে নিজৰ যুক্তি
প্ৰমাণ কৰিবৰ আৱশ্যক নহয়
যি মানুহে যুক্তি প্ৰমাণ কৰিবৰ আৱশ্যক হয়
তেওঁ জ্ঞানী নহয়।

ঈশ্বৰৰ কোনো সম্পত্তি নাই।
যিমানে তেওঁ আনৰ কাৰণে কৰে
সিমানে তেওঁ সুখী হয়।
যিমানে তেওঁ আনক দিয়ে
সিমানে তেওঁ ঐশ্বৰ্যশালী হয়।
বিনা ক্ষমতা প্ৰয়োগেৰে
তাওৱে পুষ্টি প্ৰদান কৰে।
কাকো দমন নকৰাকৈ
তেওঁ বাট দেখুৱাই নিয়ে।

পাদটীকা ঃ ঈশ্বৰৰ কোনো সম্পত্তি নাই — বিশ্বব্ৰহ্মাণ্ডৰ সকলো সৃষ্ট পদাৰ্থইতো তেওঁৰে সম্পত্তি। নিৰ্দিষ্ট কোনো সম্পত্তিৰ তেওঁ অধিকাৰী নহয়।

যিমানে তেওঁ আনৰ কাৰণে কৰে
সিমানে তেওঁ সুখী হয় —
আনৰ বাবে কৰা মানে তেওঁ নিজৰ বাবে কৰা।
নিজৰ সুখ বা আনন্দৰ বাবেই তেওঁ সকলো কৰে।
যিমানে তেওঁ আনক দিয়ে
সিমানে তেওঁ ঐশ্বৰ্যশালী হয় —

নিৰ্লোভ আৰু উদাৰজনে নিজকে উজাৰি দিব পাৰে। সম্পূৰ্ণ উজাৰি দিব পৰা জনৰ অনন্ত ভঁৰাল। নিজকে উজাৰ কৰি দিলেও সীমাহীনভাৱে তেওঁৰ সম্পদ বাঢ়ি যায়। আচল কথা, সম্পূৰ্ণ বৈৰাগ্য অৱলম্বন কৰি জগতৰ মঙ্গল চিন্তা কৰোঁতাজনৰ একোৰে অভাৱ নাই। তাওৱে তেওঁক পুষ্টি প্ৰদান কৰে।

তাওবাদ চৈনিক আধ্যাত্মিক দৰ্শনৰ তাত্ত্বিক মতবাদ। খ্ৰীষ্টপূৰ্ব ষষ্ঠৰ পৰা পঞ্চম শতিকাত জন্ম গ্ৰহণ কৰা চীনৰ বৌদ্ধিক আৰু আধ্যাত্মিক চিন্তাৰ নায়ক **লাও-জুৱে** প্ৰবৰ্তন কৰা এই দৰ্শনৰ পন্থ-নিৰ্দেশক **দাও-দে-জিং** এখনি গুৰুত্বপূৰ্ণ পুথি স্বৰূপে মান্য হৈ আহিছে। দাও-দে-জিঙৰ অৰ্থ হ'ল যুক্তি আৰু ধৰ্মৰ নীতি, যি জীৱনৰ প্ৰকৃত পথৰ সন্ধান দিব পাৰে। অসমীয়া পঢ়ুৱৈয়ে লাও-জু অথবা তাওবাদৰ লগত পৰিচিত হোৱাৰ সুযোগ পোৱা নাছিল।

বৃত্তিত চিকিৎসক কিন্তু মনোজগতত এগৰাকী কবি ডাঃ হৰ সন্দিকৈদেৱে লাও-জুৰ এই গ্ৰন্থখনিৰ ষ্টিফেন মিচ্চেলৰ ইংৰাজী অনুবাদ পঢ়ি মুগ্ধ হৈ পুথিখনি অসমীয়ালৈ ভাঙি উলিয়াই অসমীয়া পঢ়ুৱৈৰ হাতত তুলি দি এটি প্ৰশংসনীয় কাৰ্য সম্পাদন কৰিলে। কবি সন্দিকৈৰ জীৱন সন্ধানী মনে সঠিকভাৱেই পুথিখনিৰ আকৰ্ষণীয় মূল্য হৃদয়ঙ্গম কৰি প্ৰাঞ্জল অসমীয়া ৰূপান্তৰ সম্পূৰ্ণ কৰিছে। অসমীয়া পঢ়ুৱৈয়ে উপলব্ধি কৰিব, অনেক পৃথকতা সত্ত্বেও, চীন আৰু ভাৰতৰ মনীষীসকলৰ জীৱন আৰু জগত সম্পৰ্কীয় দাৰ্শনিক বোধ আৰু তত্ত্ব কিমান ওচৰ চপা। জগতৰ এগৰাকী চিন্তানায়কৰ চিন্তা আৰু উপলব্ধিৰ লগত পৰিচয় কৰাই দি ডাঃ সন্দিকৈ আমাৰ সকলোৰে ধন্যবাদৰ পাত্ৰ হৈ উঠিল।

— নগেন শইকীয়া